উঠিছে আৰু সমগ্ৰত সাহিত্যিক ভাষাৰূপে সি সুপ্ৰতিষ্ঠিত হৈছে। এই ক্ষেত্ৰত দেৱানন্দ ভৰালিৰ এই মন্তব্যটোও মন কৰিবলগীয়া। ভৰালিৰ মতে অসমীয়া ভাষাটো অনা-বৈদিক আৰ্যসকলৰ মুখ্য বা প্ৰথম প্ৰাকৃত ভাষা, বৈদিক আৰ্যসকলৰ সংস্কৃত ভাষা, মধ্য-যুগৰ ভাৰতীয় প্ৰাকৃত ভাষা, উত্তৰ ভাৰতৰ আধুনিক ভাষা, আৰু অসমৰ ওচৰে-পাজৰে থকা অনা-আৰ্য ভাষাৰ উপাদানেৰে গঠিত।"[২৪]

## অসমীয়া ভাষাৰ মূল প্ৰবাহ

২৯. সোতৰ শতিকালৈকে কামৰূপ নামেৰে প্ৰসিদ্ধ অসমখনৰ ভাষাটোক কামৰূপী ভাষা বোলা হৈছিল। এই ভাষাটো মূলতঃ দুটা প্ৰবাহৰ সমষ্টি। এটা বৰ্তমানৰ পশ্চিম-অসমৰ উপভাষাই প্ৰতিনিধিত্ব কৰা প্ৰবাহ আৰু আনটো পূব-অসমৰ মাজ ভাষাটোৱে প্ৰতিনিধিত্ব কৰা প্ৰবাহ। প্ৰথম প্ৰবাহটো প্ৰাচীন কালৰ পৰা অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে বিয়পি আছে। প্ৰাচীন অসমীয়া সাহিত্যত (বৈষ্ণৱ, অনা-বৈষ্ণৱ সকলো ৰচনাত) পশ্চিম-অসমৰ উপভাষাৰ ধ্বনিগত, ৰূপগত, আৰু শব্দগত বৈশিষ্ট্যৰ প্ৰচুৰ নিদৰ্শন আছে। অসমীয়া সাহিত্যৰ আদি-যুগ আৰু মধ্য-যুগৰ গদ্য-সাহিত্যৰ ভিতৰত প্ৰাচীন চৰিত-পুথি, ভট্টদেৱৰ 'কথাগীতা' আৰু 'কথা-ভাগৱত', আৰু আহোম-যুগৰ বুৰঞ্জীতো পশ্চিম-অসমৰ উপভাষাৰ নিদৰ্শন স্পষ্ট। আহোম-যুগৰ আন গদ্য-ৰচনাৰ মাজতো এই উপভাষাৰ শব্দই বিশেষ স্থান লাভ কৰা দেখা যায়। অসমীয়া সাহিত্যৰ আধুনিক-যুগৰ সাহিত্যিকসকলৰ ৰচনাতো পশ্চিম-অসমৰ উপভাষাৰ সুন্দৰ প্ৰয়োগ দেখা গৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ মুখ্য লেখকসকলৰ ৰচনাত সংৰক্ষিত পশ্চিম-অসমৰ উপভাষাৰ বৈশিষ্ট্য কিছুমান তলত দাঙি ধৰা হ'ল :

(ক) ধ্বনিমূলক :

(১) স্বৰ সঙ্গতি : পতি > পোতি, বহুপতি > বোহুপোতি (হে স.)

(২) ক > খ : পোখি (হে. স.)

(৩) শ, ষ, স > খ : আদেশ, কোখিপু (হে. স.)

(৪) য় > উ : জীউ, সদাশিউ (মা ক.)

(৫) মূলৰ 'ল' ধ্বনিৰ অৱস্থিতি : লোম, লাঙ্গল, লোক (মা. ক.) ; লুৰ, লাঙ্গাল, লোক (কাম)।

(৬) মহাপ্ৰাণীকৰণ : সিথান, ভাটি, ঠোঁঠ (মা. ক.)

(৭) নিম্ন স্বৰ-ধ্বনিৰ ঠাইত উচ্চ স্বৰ-ধ্বনিৰ প্ৰয়োগ : দামুদৰ (হে স), সিন্দুৰ (মা ক)।

২৪. ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯১২, পাঠশালি।

(খ) ৰূপতত্ত্বমূলক :

(১) নির্দিষ্টতাৱাচক প্রত্যয় : খান : প্রাণ-খানি (হে. স ), ৰথ-খান (মা ক )।

(২) পৰ-সর্গ : (ক -ক লেগি : পু. অ -ক লাগি : উর্ধক লাগিয়া হৰি খেপিয়া পঠাইলা ( হে স ); কিষ্কিন্ধাক লাগি বেগে চলিলা দুন্দুভি ( মা ক ), সাগৰ সিপাৰে যাইবো বণিজক লাগি ( দুর্গাবৰ )। (খ) জাই : নন্দৰ ব্রজত মই কি কহিবো জাই ( শঙ্কৰদেৱ )।

(৩) তুমুনন্ত : ইবাৰ, ইবাক লাগি ( কাম ইবাক লেগি ) : ৰাত্রি দিনোত একোতে নমৰে মাৰিবাৰ বুধি নাই ( হে. স. )। তাঙ্ক মাৰিবাক লাগি কৰাহা যতন ( হে স. )।

(৪) তুলনা কৰা প্রথা : তপ্ত সুবর্ণত কৰি অধিকে জলন্তি ( হে স. )।

(৫) ক্রিয়া-বিভক্তি : (ক) বর্তমান কালৰ প্রথম পুৰুষৰ-উ ( কাম উঁ ) : তেবেজানু সবাতে আছন্ত নাৰায়ণ ( হে. স. )। (খ) অনুজ্ঞাৰ দ্বিতীয় পুৰুষৰ ( তুচ্ছার্থে ) -উ : পাৰ কৰ বাপু হে পাৰ কৰি থোঁ (মনকৰ)

(৬) শব্দ-বিভক্তিৰ (ক) চতুর্থীৰ ঠাইত সপ্তমী : শীঘ্রে ৰাজ্য নয়োক দেশত নাহি যায় ( মা ক )। (খ) অভিমুখ-অর্থত দ্বিতীয়া বিভক্তিৰ প্রয়োগ : আপুন থানক দেৱগণ চলি গৈলা ( হে স. )। সত্বৰে চলিয়ো এবে যাওঁ কিষ্কিন্ধাক ( মা. ক )। তপ এৰি ঋষি ঘৰক আইল ( মনকৰ )। ৰাজ সমাজক জাই হুয়ো গায়ো গীত ( শঙ্কৰদেৱ )।

(৭) বহুবচনার্থক ঠে : আমাঠেৰ ইষ্টদেৱ ( শঙ্কৰদেৱ )।

(৮) ধাতু : হাণ্ঠ ( কাম. হাণ্ঠ্ ), লাৰ্, আটাস পাৰ্, জোত্রা ( মা. ক ); ভিজ, চডক্ ( কাম চড্ক্ )— দুর্গাবৰ ), গণ্ ( দুর্গাবৰ, মাধৱদেৱ )।

(৯) জতুৱা ঠাচ : গা মেলা (মা ক , জান দি ( মনকৰ, দুর্গাবৰ), জোকৰ মুখত চুণ দি (শঙ্কৰদেৱ), সাং কৰ ( মাধৱদেৱ )।

৩০. প্রাচীন অসমীয়া সাহিত্যত পশ্চিম-অসমৰ উপভাষাৰ ধ্বনিতত্ত্বমূলক আৰু ৰূপতত্ত্বমূলক বৈশিষ্ট্যবোৰৰ উপৰি বর্তমানত ব্যৱহাৰ হোৱা অনেক শব্দ ভূযমৰূপে বিভিন্ন লেখকসকলৰ ৰচনাত সোমাই আছে। সেইবোৰৰ কিছুমান এনেকুৱা : গাজ ( ডিঙি ), ৰৰ ( দৰা ), ছলি ( সন্তান ), সুভাৰ ( ৰাঢ়ৈ ), মৈৱা (ম'ৰা), আধাৰ ( চৰাইৰ আহাৰ ), আমৃৰা ( অমৰা' ), কাহ্নি ( পিৰাঁজি, কাম. কাধি ), ঘুমটি, ভিঙ্গা, মহৰি ( আঠুৱা ), চৰে ( চৰাই ), কাউৰ ( কাউৰী ), বেং ( ভেকুলী ), ভেল ( ভুৰ ), জোক ( এজাৰি ),

কাষৈ ( কণি, কাম কাকে ), জোকাৰ ( উকলি, কাম জকাৰ ), দাক ( ঔষধ ), মায় ( মা, কাম. মাই , চকৃৰি ( পখিলা ), লেঙ্গুৰ (নেঙুৰ), চিবা (কটা)। পশ্চিম-অসমৰ গোৱালপৰীয়া উপভাষাৰ শব্দ কিছুমানো প্ৰাচীন অসমীয়া সাহিত্যত সোমাই আছে। সেইবোৰৰ কেইটামান এনেকুৱা : কেনে ( কিয় ) : কেনে মাটি খাইলি অৰে গোপাল ( শ. কীৰ্তন ), মোকে দেখিয়ো না কেনে ( মা. বৰগীত ); আটকুৰা ( নিঃসন্তান ) : আছিলা জনম আঠকুড়ি ( মা. বৰগীত ); কেমনে ( কেনেকৈ ), তোৰ ( তোমাৰ ) : কেমনে পাইবো হৰি চৰণ তোৰে মা বৰগীত। ইয়াতে মাধৱদেৱৰ 'তেজৰে কমলাপতি' নামৰ বিখ্যাত বৰগীতটোৰ কথা বিশেষভাৱে মন কৰিবলগীয়া। বৰ-গীতটোত আছে : "তেজ ৰে কমলাপতি পৰভাত নিন্দ। তেৰি চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ॥ ... দাম সুদাম ডাকে তেৰি লৈয়া নাম। হেৰ দেখা উঠিয়া আসিল বলৰাম। নন্দ গেল বাথানে গোৱাল গেল পাল। সুৰভী চাৰিতে লাগে উঠৰে গোপাল॥ ক্ষীৰ লৱণু লৈয়া শিঙা বেত বেণু। সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু॥ কহয় মাধৱ মাই কিনু তপসাইলা। ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা॥ গীতটোৰ কথাকেইফাকিৰ নিন্দ, চান্দ (চান), ডাকে, গেল, গোৱাল, ৰাখোৱাল, বাথান, উঠিয়া, লৈয়া, উঠ ৰে, সকালে ( শকালে ) আদি এথাৰতা শব্দই গোৱালপৰীয়াৰ কথিত শব্দ।

৩১. চৰিত-পুথি, 'কথা-গীতা', 'কথা-ভাগৱত', আৰু বুৰঞ্জীৰ ভাষাত পশ্চিম-অসমৰ উপভাষাৰ চানেকি এনেধৰণে পোৱা যায় :

(ক) পাছে শুভ বাৰ চাই উৰ্ব্বশী আপীক বিবাহ দিলে। ... তেওঁ বোলে কি পাঠা পাঠা কৰা ... তেনে কাচক লাগি মাণিক তেজি ... এদিন গৈ জাক সোমাল যাই। দুৰত গুৱালে দেখি দাউৰি গেৰি দি হা হা মাইলে মাইলে কৈ ( কথা-গুৰুচৰিত : প্ৰথম খণ্ড )।

(খ) মনুষ্য সহস্ৰৰ মধ্যতো কোনো জনেসে পুণ্যবশে জ্ঞানক লাগি যত্ন কৰে। ... এমনে দুৰ্লভ জ্ঞানো তুমাত কৃপায়ে কহোঁ ( কথা-গীতা )।

(গ) যশোদায়ো পুত্ৰক কোলা লৈয়া সুন্দৰ মুখ নিৰখি স্তন পান কৰাইলা। এতেকন্তে আখাতে দুধ উতলিবাৰ দেখি কৃষ্ণক থৈয়া সত্বৰে গৈলা। পাচে উকলৰ উপৰত বসি বানৰক নৱনীত দিবাৰ শুনি ধীৰে ধীৰে গৈলা ( কথা-ভাগৱত, দশম স্কন্ধ, অধ্যায় ৯ )।

(ঘ) আকে শুনি লক্ষ্মীনাৰায়ণে খিলাক খেদি আছিল। বন্নালে খাইবাক নাপাই গড়ৰ ভিতৰতে শুখাই মৰে ... তাহ্নাৰ মুখত ... আহ্নাৰ সঙ্গে। তেবে গুৱাহাটীত ধৰিলে যাই। ... আৰু অজ্ঞানত মাৰিছাহ ( কামৰূপৰ বুৰঞ্জী : সোত্তৰ শতিকাৰ পৰাৰ্ধত ৰচিত : সম্পাদনা : সূৰ্যকুমাৰ ভূঞা, ১৯৩০ চন)।

(ঙ) তাৰ পাখাৰ ছায়াত পাদস্যাহসকল থাকে। তাৰ ভিতৰৰ বৰলোকে হোকা কৰে। সি মৰিবৰ সময়ত দুখান ডেওঁনা খৰ কৰি মাটিতে কোবায়। … তোক মাৰবোক, যেনা কৰি পাবাহ্ পলাই যাব। তোঠৈৰ আমাৰ বৰ প্ৰীতি-মিত্ৰতা আছে। … কাৰ্ত্তিক অচৰক মাতি আনি বহুৱাই … খাবাক হুকুম কৰিলে। … পাচে গোলাম সহিতে ঘৰক আহি গোলামত কহিলেক। কোন হাৰামখোৰ হৈহি তাৰ কথা মোত ক (পাদস্যাহ বুৰঞ্জী: ১৬৭০-৮২ খৃ ত ৰচিত: সম্পাদনা: সূৰ্যকুমাৰ ভূঞা, ১৯৩৫ চন।

(চ) এই গঙ্গাজল মাহেকত এক-বাৰ নাৱত কৰি অনায়। … আন দিনত কৰি ·· পাছে মোত জনাব। পালেকিৰ বাৰিত খানাতৰ গিলিপ দিছে। মই কোন-খান কৰিব পাৰোঁ চাওঁ (ত্ৰিপুৰা বুৰঞ্জী: ১৭২৪ চনত ৰচিত: সম্পাদনা: সূৰ্যকুমাৰ ভূঞা, ১৯৩৮ চন)।

৩২. আহোম যুগত ৰচনা কৰা 'ঘোৰা-নিদান' আৰু 'কামৰত্ন-তন্ত্ৰ' নামৰ পুথি দুখনত পোৱা পশ্চিম-অসমৰ উপভাষাৰ নিদৰ্শনকেতবোৰ এনে ধৰণৰ: "ঘোৰা-নিদান"ত পোৱা ৰূপ: বয়া, লোম, মাঠ, লেজ, দাপনা, জৰি, পাৰোৱা, মধুফল, বাহা (ওহাৰ), পাচ, দুখান পিপৰা দাক, চানা চনা (মাছৰ), কাকিৰল (কাম কাইকৃৰাল), ঠাবা খহুৱা ভেকেলি, (গোৰুৰ) সুঠা ভিমা বাঙ্গনা, খুথুৰা (কাম. মোথ্ৰা), ডুমক, কাকৃৰা (কেঁকোৰা); নাজাই, নাধাই, ঝিকে, বাটি, লিপি, ঘুমাই, হবো, দিবো, নবে, ডাউৰি ফুৰে, গুৰা কৰি, সুধুৱাই, ঠৰিহা দেই: জেইদিকি (যিপিনে), পাখি দি (পাখীৰে), অ'কে (ইয়াকৈ), সুখনাই (শুকানকৈ), ভাঠ কৰি ঘৰোৰ পৰা, তিনি খোজ মানক লগি, পানি হেন। 'কামৰত্ন-তন্ত্ৰ'ত পোৱা ৰূপ: হৰে (হয়), (পোকে) খায়া, দুবক (ঘোৰা), আজাৰ (কাম. আতাৰ), মৌদি (মৌৰে), সেয়া বেহাৰ, ভোমৃৰা (কাম. ভমৃৰা), বমহেন, চিটা (ছটিয়া), জৰ্দ নাগেশ্বৰ, শিহা (শলিতা), ভিজাই, (ম'হৰ) ছায়া, গল (ভিতি), সোনালু (কাম. সনোলু), ইন্দুৰ, ঠানি (ডাল), মৈৰা, বেঙ, ছায়া, কাউৰ ইত্যাদি।

৩৩. অসমীয়া সাহিত্যৰ আধুনিক যুগৰ ভোলানাথ দাসৰ 'সীতাহৰণ-কাব্য', কথাভিৰাম বৰুৱাৰ 'বামনৱমী' নাট, আৰু হেমচন্দ্ৰ বৰুৱাৰ ৰচনাতো পশ্চিম-অসমৰ উপভাষাৰ প্ৰয়োগে স্থান পাইছে। অকণোদই-যুগৰ ৰচনাত পশ্চিম-অসমৰ উপভাষাৰ শব্দৰ ব্যৱহাৰ বিশেষভাৱে মন কৰিবলগীয়া। সেইবোৰৰ উপস্থিতিয়ে প্ৰাচীন কামৰূপী ভাষাটোৰ বিস্তৃতিৰ কথাটোকে সোঁৱৰাই দিয়ে। "সীতাহৰণ-কাব্য"ত পোৱা এনে কিছুমান এলেকুৱা: শিপৰা, আন্তাল (আঁৰ), ভেজ, বয়া (খাহাৰ), ইন্দুৰ, আবাৰু

আতাহ, বাজা, তোইতে (তইতে), ডাকিলা (মাতিলে)। 'ৰামনৱমী-নাটক'ত পোৱা ৰূপ: শবীল, ফুলে ( ফুলেশ্বৰী ), সিদিনাখোনেৰে পেৰা, সাঁজ লাগিল, লগ সমৰীয়া ( কাম. লগ সমেইবা ), ভুকিয়া ( কাম. ভুইব্‌কা ), মানুহ হৈন, বিকচিনা লাগিল, কিয়া আহ্‌লি, কি শোধাহ, মকাত্তমা কৰবা আহছোঁ, পুতথা চধৰী গুহেটীৰ পে জানাহ না, এনাই, নৰেই দে, নাজনাহনা, গঁহে (গোসাঁই), ৰায়াত, দন্দখান নাইতে (তেনেহ'লে), কাকা, আৰ ( আৰু ), থাকাব ( থকাৰ ), শুনচাহনা, সীহুৰাম ( শীগুৰাম ) তিৰী-চলি। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' আৰু 'কোৱাভাতুৰী'ত পোৱা প্ৰয়োগ কিছুমান এনে ধৰণৰ: বহোক, ধৰোক, আহোক, বাপা, পভু', নাও ( নাম ), বৈষ্টৱ ঠগি ( শৰাই ), সভাখান, মুখখান, পাহ ( পায়স ), আজৰি হক, বল ( কাম ) আঁউহী কলা কল, সাহ, আমবা-গুটি, জাতিলাউ, বেথা, সাঁজৰ বেলা ইত্যাদি।

৩৪. কামৰূপী ভাষাৰ দ্বিতীয় প্ৰৱাহটোৱে অকল উজনি-অসমকে নহয়, অসমৰ পশ্চিম অঞ্চল আৰু প্ৰাচীন কামৰূপ-ৰাজ্যৰ পশ্চিম-অঞ্চলকো সিক্ত কৰি তুলিছে। চৰ্যা-পদৰ ভাষাত মাজ্য অসমীয়া ভাষাৰ সকলো ধৰণৰ নিদৰ্শনে ইয়াৰ প্ৰমাণ। তদুপৰি ভোজপুৰী ভাষাতো প্ৰাচীন অসমীয়া আৰু আধুনিক অসমীয়াৰ মাজ্য ভাষাৰে সৈতে শব্দগত সাদৃশ্য সংৰক্ষিত হৈছে ( ধৰম, জনম, মুকুতি, মুৰুখ পদুম, দুৱাৰ আদি )। চৰ্যা-পদৰ ভাষাই মাজ্য অসমীয়া আৰু পশ্চিম-অসমীয়াৰ বিশেষকৈ কামৰূপী উপভাষাৰ বিবিধ বৈশিষ্ট্য সংৰক্ষণ কৰি অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহৰ প্ৰাচীনতা উজ্জ্বল কৰি ৰাখিছে। দেৱানন্দ ভৰালিয়ে উল্লেখ কৰা 'কামৰূপীয়া প্ৰাকৃত' আৰু 'সৌমাৰ প্ৰাকৃত'ৰ দ্বাৰা অসমীয়া ভাষাৰ এই দুয়োটা প্ৰৱাহকে বুজোৱা হৈছে। ভৰালিৰ ভাষাত 'কামৰূপীয়া' আৰু 'সৌমাৰ প্ৰাকৃত'ৰ মাজত বিভিন্নতা কম। 'সৌমাৰ প্ৰাকৃত'ত দুটা 'আ' অপাপিচাকৈ নবহে। 'কামৰূপী'ত সি স্বাভাৱিক: ৰাজা > ৰজা, মাৰা > মৰা। কিছুমান শব্দত 'কামৰূপী প্ৰাকৃত'ৰ ল'ৰ ঠাইত 'সৌমাৰ প্ৰাকৃত'ত 'ন' হোৱা দেখি; যেনে, লেজ > নেজ।...... এই 'কামৰূপীয়া' আৰু 'সৌমাৰ প্ৰাকৃত'ৰ কিছুমান শব্দ ভঙ্গ পৰিল। বাকীবোৰ আজিলৈকে আছে। তাতে আধুনিক যুগৰ বিশেষত্ব যোগ হৈ আৰু সংস্কৃতৰ প্ৰভাৱ পৰি আধুনিক অসমীয়া হৈছে যদিও 'কামৰূপীয়া' আৰু "সৌমাৰ প্ৰাকৃত'ৰ বিশেষত্বখিনি অসমীয়া ভাষাত দীঘে-বানিয়ে সোমাই আছে।... 'সৌমাৰ প্ৰাকৃত'ৰ বিশেষত্ব উজনি-অসমত স্পষ্টকৈ জিলিকে আৰু 'কামৰূপী প্ৰাকৃত' বিশেষকৈ নামনি-অসমত বৰ্তি আছে।[২৫] কাছাৰ-জিলাৰ কাছাৰী উপভাষা আৰু

২৫ ভৰালি, দেৱানন্দ: অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চিনাকি, ১৯৩২, পৃষ্ঠা ৬১-৬২

সেই জিলাতে কথিত বিষ্ণুপুৰীয়া বা বিষ্ণুপ্ৰিয়া ভাষাতো ( § ১০৭ ) অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহৰ চিহ্ন বিদ্যমান। অসমীয়া ভাষাটোৱে এইদৰে প্ৰাচীন কামৰূপে সামৰি লোৱা কৰতোয়াৰ পৰা দিকৰাইলৈকে বিস্তৃত ভূখণ্ডৰ ভাষাগত ঐক্যৰ স্বাক্ষৰ বহন কৰিছে।

৩৫. অসমীয়া ভাষাৰ প্ৰচলন মেঘালয়, নাগালেণ্ড, আৰু অৰুণাচল-প্ৰদেশতো আছে। অৰুণাচলৰ বিভিন্ন ভাষা-ভাষীৰ মাজত পাৰস্পৰিক ভাব-বিনিময়ৰ একমাত্ৰ ভাষা হৈছে অসমীয়া। নাগালেণ্ডত অসমীয়াৰ এটা মিশ্ৰিত ৰূপ ( নাগামিজ ) সাৰ্বজনীন ভাষাৰূপে ব্যৱহৃত হৈছে। নাগামিজত অসমীয়া ভাষাৰ আগতে উল্লেখ কৰা দুয়োটা প্ৰৱাহৰ ছাপ দেখা যায়। উদাহৰণস্বৰূপে নাগামিজত ব্যৱহাৰ হোৱা এই ৰূপবোৰ চাব পাৰি : ওৰোচ 'উৰহ', তু. গোৱা. ওৰোশ ; কুমৃৰা 'কোমোৰা, কাম কুমৃৰা ; জাখলা 'জখলা' ; কাম. জাখ্‌লা, জখলা ; ছেন্দা 'বিন্ধা' ; ধুল 'ঢোল', কাম. ধুল ; ঝাপি 'জাপি', মিকুৰি 'মেকুৰী', লুম 'নোম', কাম. লুম ; গাছ 'গছ', কাম. গাছ; অলছি 'এলেহুৱা', গোৱা. আলসিয়া ; চুআলি 'ছোৱালী ; চোব 'আটাইবোৰ, সকলো', কাম. চোব ; ওলোপ' 'অলপ', পুহু 'হৰিণা', কাম. পোহু ; লিঙ্‌ৰ 'নেজ', কাম. লেঙ্‌ৰ ; বোয়া 'বেয়া', কাম. বয়া ; দাণ্ডোৰ 'ডাঙৰ' ; ধুঙা 'ধোঁৱা', গোৱা. ধুঙা ; মুক 'মোক', মুৰ 'মোৰ', মোয় 'মই' ; মোয়খান 'আমি' ; ইতু 'এইটো', কাম. ইতু ; ইতুখান 'এইবোৰ' ; মোয় জাইচে 'মই গলোঁ', মোয় জাবো 'মই যাম', জাবোলে 'যাবলৈ', জাবি 'যোৱা', জায় 'যায়', জায়লে 'গ'লে' ; মোয় বি আহিবো 'ময়ো আহিম' ; নোদি পোৰা 'নদীৰ পৰা' ; ভাত জাবি "তালৈ যাবি' ; ইতু কুকুৰ 'এইটো কুকুৰ' ইত্যাদি। অসমীয়া ভাষাৰ বহুবচনাত্মক প্ৰত্যয় বোৰ,—বিলাক, —লোক নাগামিজত ক্ৰমে—বুৰ,—বুলাক,—লুক হৈছে। অসমীয়াৰ নিৰ্দিষ্টতাৱাচক প্ৰত্যয় -খান ( কাম ) নাগামিজত বহুবচনাৰ্থক প্ৰত্যয়ৰূপে দেখা দিছে : উদাহৰণ : ইবুৰ বোস্তু, নাগাবুলাকোৰ মোৰোমতু, আপুনালুকতু কোত জাই আচে ; তুমিখান, আপুনিখান। নাগামিজতো অসমীয়াৰ পদ্ধতিতে লিঙ্গ-ভেদৰ ব্যৱস্থা কৰা হৈছে : মোতা মানুহ, মাইকি মানুহ ; মোতা কুকুৰা, মাইকি কুকুৰা ; বাবা, মাই ; লোৰা, চুৱালি ; বুৰা, বুৰি ; মাস্তোৰ-মাস্তোৰনি। নাগামিজত অপাদান-কাৰক বুজোৱা প্ৰথা এনেকুৱা : কোত/কোৰ পোৰা। নাগামিজৰ আনকেইটামান বাক্যৰ নমুনা তলত দিয়া হ'ল :

(ক) কোত জাইচে ?

(খ) কিবাতু খাইচে নাকি ?

(গ) তুমিখান কি কোৰিচে ?

(ঘ) বালুতু গিৰি জাইচে না ?

(ঙ) ইতু কুন তেৰা কোৰি দিচে হো ?[২৬]

নাগামিজ নাগালেণ্ডৰ "সকলো ঠাইতে বুজি পোৱা একমাত্র ভাষা। ইয়াৰ শব্দ-মালাৰ মূল অসমীয়া শব্দই। আজি-কালি হিন্দী আৰু ইংৰাজী শব্দকিছুমানে অসমীয়া শব্দৰ ঠাই ল'বলৈ ধৰিছে। কিন্তু ৰূপ-গঠন আৰু বাক্য-বিন্যাস-পদ্ধতি অসমীয়াৰে সৰলীকৃত ৰূপৰ।"[২৭]

৩৬. এইখিনিতে অসমত বস-বাস কৰা চাহ-বাগিচাৰ বনুৱাসকলৰ ভাষাটোৰ কথাও চাবলগীয়া। অসমত থকা আটাইবোৰ "কোল-গোষ্ঠীৰ লোক অসমত চাহ-বাগান খোলাৰ পাছত বাগানৰ বনুৱাৰূপে চালানী হৈ অহা। বিৰাট বিপৰ্যয় আৰু সমস্যাৰ সমাধানৰ হেতু বহু আশা-আকাঙ্ক্ষা বুকুত বান্ধি এইসকল গিৰমিট লিখোৱাই অসমলৈ আহিছিল। এই আশাৰ সপোন সপোনতে ৰ'ল। আজি-কালি অসমত থকা সকলো চাহ-বাগিচাৰ বনুৱা আৰু থলুৱা কোল-লোকে অসমীয়া সুন্দৰকৈ ক'ব পাৰে। সকলোবিলাক ল'ৰা-ছোৱালী অসমীয়া স্কুলত পঢ়ে। কোনো কঠিন ভাৱৰ শব্দকে অসমীয়া শব্দ দি প্ৰকাশ কৰে। ঘৰত কথা-বাৰ্ত্তা হওঁতে এটা সানমিহলী ভাষাত কথা পাতে। অসমৰ জলবায়ুৱে বনুৱা জীৱনৰ গীত-মাত, কথা-বাৰ্ত্তাৰ ভঙ্গী সকলোতে নতুন সুৰ দিলে। (এতিয়া) অসম দেশৰ শীতল মাটিয়েই আপোন মাটি—'অসম দেশেৰ শীতলা মাটি, পিচল পৰে পাৱ'' ।[২৮] আকৌ "চাহ-মজদুৰ ডেকা-গাভৰুৱে বিহু-গীত গায়, বিহু-নাচ নাচে। অসমৰ বায়ু-পানী-মাটিৰেহে নিৰ্মিত আৰু অসমৰ অন্ন খায়েই জীৱিত চাহ-মজদুৰসকলে অসমৰ দুখেই তেওঁলোকৰ দুখ, অসমৰ সুখেই তেওঁলোকৰ সুখ বুলি বিবেচনা কৰে। সেয়েহে তেওঁবিলাকে নিজক অসম-মাতৃৰ প্ৰকৃত সন্তান ভাবি স্পষ্টভাৱে এই বুলি ক'ব পাৰিছে: আসাম হামনিকে লাগে হামনি আসামকে। ভুইল গেলি হামনি আপন দেশকে। সবকুছ সমঝলি আসাম দেশকে" ।[২৯] চাহ-বাগিচাৰ এই বনুৱাসকলৰ গীত-মাতৰ ভিতৰত উল্লেখযোগ্য গীত হৈছে ঝুমুৰ-গীত। এই গীতবোৰৰ ভাষাই অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহ সামৰি থোৱাৰ উপৰি প্ৰাচীন অসমীয়াৰ ৰূপবো সংৰক্ষণ কৰিছে। উদাহৰণ :

---

২৬ **Borua, Bhimkanta,**, *Nagamiz kothalaga* **Niyom, 1985**

২৭ **Sreedhar, M.V.,** *Naga Pidgin : A Sociolinguistic* **Study, 1974**

২৮ গোহাঞি, কমলধৰ : কৰম-পূজা আৰু ঝুমুৰ-গীত

২৯ কুৰ্মী, সুশীল : চাহ-বাগিচাৰ অসমীয়া সম্প্ৰদায়. ১৯৮৩

ৰাঙা 'ৰঙা', কাঁচা 'কেঁচা' চেপ্‌তো চেপেটা', ইন্দুৰ 'এন্দুৰ', ছাতা 'ছাতি', গামুচা 'গামোচা', গাছ 'গছ', ঝিঙ্গা 'জিকা', গোৰা, ঝিঙা, ছাগল 'ছাগলী' গোৱা সাগল, মছ্‌লা ''মছলা', সোণা 'সোণ', ৰূপা 'ৰূপ', কাঞ্চা 'কেঞ্চা', গোলা 'দোকান', চানা 'পোৱালি', ভাটাৰ 'গিৰী', সাৰা 'গোটেই', বাস 'গোন্ধ', বাত্তি চাকি', ভাক মাত' ঝুলি 'মোনা', কাঁটা 'কাঁইট', চক্‌ৰা 'ল'ৰা', হৰিণ, ডালিম, বগৰী পাহাৰ পৰ্বত, ডাল-পাত কলী, বগী, গাই, পুখুৰী গোসাঁই, ডুইবে 'বুৰমাৰি', ভাল কৰি ভালকৈ', হেম্‌লা 'হেঁম্বেলিয়া', ভিজ্‌ 'তিত্‌', টুং 'ছিঙ্‌', ঘুমা 'শো', ছাৰ্‌ 'এৰ্‌', মাগ্‌ 'খোজ্‌' তাৰাতাৰি 'সোনকাল', ধানগিলা 'ধানবোৰ', পাৰ 'ভৰি', নাগৰ 'প্ৰিয়', আজু আজি' বৰিষ 'বছৰ', বৰিষণ 'বৰষুণ', বহু 'বোৱাৰী', ভেল 'হ'ল', হেট তল', গাছে কাঁঠাল ওঁঠে তেল গছত কঁঠাল ওঁঠত তেল ইত্যাদি।

৩৭. বিশাল ব্ৰহ্মপুত্ৰই দুই বাহু মেলি গোটেই অসমখন আৰু অসমৰ দাঁতি-কাষৰীয়া ৰাজ্যক সাবটি ৰখাৰ নিচিনা অসমীয়া ভাষাটোৱে অসম আৰু অসমৰ ওচৰ-পাজৰৰ সকলো অঞ্চলৰ লোকক সামৰি ৰাখিছে। আকৌ বিশাল ব্ৰহ্মপুত্ৰত ভিন ভিন ঠাইৰ পৰা নানা উপনদী লগ লাগি নদীখনক পৰিপুষ্ট কৰাৰ নিচিনাকৈ অসমত অতি প্ৰাচীন কালৰ পৰা বিভিন্ন জনজাতীয় বা থলুৱা ভাষাই অসমীয়া ভাষাৰ বিভিন্ন ক্ষেত্ৰত পৰিপুষ্টি সাধন কৰি আছিছে।

## জনজাতীয় ভাষা আৰু অসমীয়া ভাষা

৩৮. অসমত অসমীয়া আৰ্য-ভাষাটোৰ উপৰি অনা-আৰ্য ভাষা-গোষ্ঠীৰ বহুতো ভাষাৰ প্ৰচলন আছে। এই ক্ষেত্ৰত চীনতিব্বতীয় ভাষা-গোষ্ঠীৰ ভাষা কিছুমানৰ অৱস্থিতি বিশেষভাৱে গুৰুত্বপূৰ্ণ। বৰ্তমান অসমৰ উপৰি অসমৰ ওচৰ-পাজৰৰ ৰাজ্যবোৰত প্ৰচলিত ভাষাবোৰ প্ৰধানকৈ এই গোষ্ঠীৰ অন্তৰ্ভুক্ত। চীনতিব্বতীয় ভাষা-পৰিয়ালৰ প্ৰধান দুটা শাখা ঃ শ্যামী-চীনা আৰু তিব্বতবৰ্মীয়। শ্যামী-চীনাৰ এটা শাখা টাই। টাই-শাখাৰ অন্তৰ্গত ভাষাৰ ভিতৰত প্ৰধান শ্যাম-দেশৰ ভাষা শ্যামী। ইয়াৰ বাহিৰেও আছে লাও, লু, ছান, খামটি, নোৰা, ফাকিয়াল, আহোম আদি ভাষা। খামটি ভাষা অৰুণাচল আৰু অসমৰ পূৰ্ব-অঞ্চলৰ ভাষা। আহোম ভাষা এসময়ত অসমত কথিত আছিল। তিব্বতবৰ্মীয় শাখাৰ তিনিটা প্ৰধান উপশাখা হৈছে —তিব্বতহিমালয়ী, উত্তৰ-অসম-শাখা (অৰুণাচল-শাখা) আৰু অসম-বৰ্মা-শাখা। তিব্বতহিমালয়ীক ভোটীয় আৰু হিমালয়ী এই দুটা উপশাখাত বিভক্ত কৰা হয়। ভোটীয় উপশাখাৰ ভিতৰত তিব্বতী, লাডাখী, ছিকিম, ভোটীয় আদি ভাষা আৰু অৰুণাচলৰ একাংশৰ

ভাষা খাম্বা, খাম্বা মোনপা, মেম্বা, ছেৰদ্‌কপেন আদি ভাষা ধৰা হৈছে। উত্তৰ-অসম শাখা বা অৰুণাচল-শাখাৰ ভাষাবোৰৰ কিছুমান হ'ল: অকা, ডফলা বা নিচি মিৰি বা নিচিমিৰি, মিচিং, মিচমি ( ইন্দু, ডিগাৰু, মিজু ), আপাটানি, গালং, মিঞং পাদাম, টাগিন আদি। অসম-বৰ্মা শাখাক বড়ো, নগা, আৰু কুকি-চীন এই তিনিটা উপশাখাত বিভক্ত কৰা হৈছে।

৩৯. বড়ো উপশাখাৰ ভিতৰত বড়ো ভাষা-কোৱা লোকৰ সংখ্যা যথেষ্ট বেছি। বড়োৰ আন দুটা নামৰ এটা কছাৰী আৰু আনটো মেচ। আন এটা সৰহসংখ্যক লোকে কোৱা বড়ো উপশাখাৰ ভাষা হৈছে গাৰো। এই উপশাখাৰ আনকেইটামান ভাষা হ'ল ৰাভা, ত্ৰিপুৰী, লালুং ( তিৱা ), ডিমাছা আৰু দেউৰী-চুতীয়া। কককবক আৰু কাৰ্বি ভাষা বড়ো উপশাখাৰে অন্তৰ্গত। গ্ৰিয়াৰ্ছনে কোৱা অনুসৰি "বড়ো ভাষা-বোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। এই ভাষাটো চুতীয়া সকলৰ পুৰোহিত শ্ৰেণীৰ লোকসকলে কয়। ...বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত এই ভাষাটোৱে অতি প্ৰাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সঙ্কেত দিয়ে— এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত"।[৩০] বড়ো-কছাৰী আৰু দেউৰী-চুতীয়া ভাষাত শব্দৰ তিনিটাকৈ সুৰ পোৱা যায়। দেউৰী-চুতীয়া ভাষাত তালব্য স্পৰ্শ চ জ' ধ্বনিৰ উপৰিও অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাৰ বিশিষ্ট-ধ্বনি 'স' ৰ ব্যৱহাৰ আছে। বড়ো-কছাৰীত হ'লে এইবোৰ ধ্বনি নাই। দেউৰী-চুতীয়া ভাষাত মহাপ্ৰাণ-ধ্বনিৰ অনুপস্থিতি এটা বিশিষ্ট লক্ষণ। কিন্তু বড়ো-কছাৰী ভাষাত মহাপ্ৰাণ-ধ্বনি তিনিটা খ, থ, ফ )[৩১] আছে। নগা-শাখাৰ ভিতৰত আঙ্গামী, চেমা, ৰেংমা, আও, লোথা, কাবুই, মাও, মাৰাম, টাংখুল, কোন্যাক, টাংচা, ৱাঞ্চু, নক্টে আদি ভাষা পৰে। কুকি-চীন-শাখাৰ ভাষাৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য হৈছে মণিপুৰী বা মেইতেই। এই শাখাৰ আনকেইটামান ভাষাৰ ভিতৰত লাখেৰ, লুচাই, বা মিজো আদি ভাষা আছে। এসময়ত অসমৰ ভিতৰত আৰু এতিয়া অসমৰ কাষে কাষে খাচিয়া-জয়ন্তীয়া পাহাৰত কথিত খাচি ভাষা অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ।

৩০. *L. S. I.* **Vol I Part. I**

৩১ **Bhattacharya, P. C.** ***A Descriptive Analysis of the Boro Language.***

৪০ অষ্ট্রিক আৰু প্রধানভাৱে চীনতিব্বতীয় পৰিয়ালৰ বিভিন্ন ভাষাৰ পৰিৱেষ্টনৰ মাজত সোমাই অসমীয়া ভাষাটো বিকাশৰ পথত আগবাঢ়িল। বাণীকান্ত কাকতিয়ে কোৱাৰ নিচিনা "অসমীয়া ভাষাটো বিভিন্ন অনা-আৰ্য ভাষাৰ সাগৰৰ মাজত এটা সৰু দ্বীপৰ নিচিনা।" গতিকে অসমীয়া ভাষাটোৰ ওপৰত এই ভাষাবোৰৰ প্ৰভাৱ ভালকৈয়ে পৰিল। তাৰ ফলত অসমীয়া ভাষাটোৱে এটা সুকীয়া ৰূপ গ্ৰহণ কৰিলে। অসমীয়া ভাষাৰ সুকীয়া ৰূপ বুলি ক'লে প্ৰধানকৈ ধ্বনি-তত্ত্ব আৰু ৰূপ-তত্ত্বৰ ক্ষেত্ৰত দেখা কিছুমান বিশেষত্বৰ কথাই ক'ব লাগিব। ধ্বনি-তত্ত্বৰ পিনৰ পৰা চালে অসমীয়া ভাষাত কেইটামান কথা স্পষ্টৰূপে দেখা যায়। সংস্কৃতত দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ভিতৰত পাৰ্থক্য আছে। হিন্দী, মাৰাঠী, বঙলা আদি ভাষাতো এই পাৰ্থক্য ৰক্ষিত হৈছে। কিন্তু অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত এই দুয়োবিধ ধ্বনিৰ ঠাইত দন্ত-মূলীয় ধ্বনিহে শুনা যায়। সংস্কৃতৰ তালব্য ধ্বনি সেইদৰে অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত দন্তমূলীয় ধ্বনিত পৰিণত হৈছে (অসমৰ গোৱালপৰীয়া 'দেশী-ভাষা'ত দন্ত্য-মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য ৰক্ষিত হৈছে আৰু তালব্য ধ্বনিৰো ব্যৱহাৰ আছে)। অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত সংস্কৃতৰ উষ্ম ধ্বনিবোৰ অসংযুক্ত হ'লে সচৰাচৰ 'স' ৰূপে উচ্চাৰিত হয় (গোৱালপৰীয়া 'দেশী-ভাষা'ত এই ধ্বনি নাই)। অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত দেখা এই বৈশিষ্ট্যবোৰৰ গুৰিত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱ বুলি ভাষাবিজ্ঞানীসকলে মন্তব্য দিছে। "অসমীয়া ভাষাত দ্ৰাবিড় ভাষাৰ মূৰ্ধন্য ধ্বনিৰ উচ্চাৰণত বাধা প্ৰদান কৰা প্ৰভাৱৰ ভিতৰত তিব্বতবৰ্মীয় প্ৰভাৱ আছে।"[৩২] সংস্কৃতত শব্দটো আছিল 'ঘোটক'। কামৰূপী উপভাষাত শব্দটো 'ঘৰা' আৰু মান্য ভাষাত হ'ল 'ঘোঁৰা'। ইয়াৰ নাম স্বতঃ অনুনাসিকীভৱন। এই প্ৰক্ৰিয়াটোক তিব্বতবৰ্মীয় ভাষাৰ প্ৰভাৱ বুলি স্বীকাৰ্য কৰা হৈছে।

৪১. শব্দৰ গঠন, প্ৰত্যয় আদিৰ ক্ষেত্ৰতো অসমীয়া ভাষাই সুকীয়া ৰূপ লয়। প্ৰথমতে অসমীয়াত নিৰ্দিষ্টকৈ কোনো বস্তু বা মানুহক বুজাবলৈ ব্যৱহাৰ কৰা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কথা ক'বলগীয়া। এই প্ৰত্যয়বোৰৰ কিছুমানক কিছুমান শব্দৰ পাছতহে যোগ দিব পাৰি। কিন্তু তাৰ মাজত এটা বিশেষ নিয়ম থকা বুলি কোৱা টান; যেনে, হাত-খন কাণ-খন, কপাল-খন চকী-খন; মানুহ-টো, আঙুলি-টো, কলম-টো (কিন্তু পেন্সিল-ডাল), হাতী-টো, মাখী-টো। অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটোত চীনতিব্বতীয় ভাষাৰ প্ৰভাৱ আছে। এইখিনিতে দেউৰী-চুতীয়া ভাষাত যোগ হোৱা নিৰ্দিষ্টতাবাচক

৩২ Grierson: *L. S. I* Vol. I, Part I.

প্ৰত্যয়ৰ কথা মন কৰিব পাৰি ; যেনে, পেমচু-হাচ্চা এখিলা পাণ ), য়োগি-কুঙ্গা ( এখন কটাৰী ), গু'ই-তিচ্চা ( এখন তামোল )। টাই ভাষাটো এই বৈশিষ্ট্য আছে ; চাঙ ছি-ট্যু ( হাতী চাৰিটা ), নুক-ট্যু ( চৰাইটো ), ফা হিপ-ফুন কাপোৰ দহখন ).[৩৩] অসমীয়া ভাষাৰ নিচিনা আনকি অসমীয়া ভাষাৰে কিছুমান নিৰ্দিষ্টতাৱাচক প্ৰত্যয় বড়ো ভাষাত ব্যৱহাৰ হোৱা দেখা যায় ; যেনে. -মুথা, -আথি, -হালি, -জোৰা, -দোখলা ইত্যাদি।[৩৪] ডিমাছা ভাষাত নিৰ্দিষ্টতাৱাচক প্ৰত্যয় কিছুমান এনে ধৰণৰ : চেমখাইচা 'লোণকণ', চিনিখাইচা (চেনিকণ), বনখাথাই (খৰিকোছা), চামবখাথাই (ধাঁহকোছা), গোৱাইবাজাব 'তামোল থোকা' ইত্যাদি।[৩৫] কাৰবি ভাষাত পোৱা যায় : ৱ'-এজন 'চৰাই এটা', ক'ৱে-এপুম 'তামোল এটা', চেক-এফ্লাক 'বাঁহ এচটা'।[৩৬] মিচিং ভাষাত কণী, আলু আদিৰ এটা বুজাবলৈ 'আপৃ', টকা আদিৰ ক্ষেত্ৰত এটকা বুজাবলৈ 'আৰাৰ্', কাগজ আদিৰ ক্ষেত্ৰত এখিলা বুজাবলৈ 'আবৰ্', বাঁহ-বেত আদিৰ ক্ষেত্ৰত এডাল বুজাবলৈ 'আচং', গছ আদিৰ ক্ষেত্ৰত এজোপা বুজাবলৈ 'আম্বুংক', এধৰ বুজাবলৈ 'কংক' আদি প্ৰত্যয়ৰ সংযোগ ঘটোৱা হয়।[৩৭] ৰাভা ভাষাত নিৰ্দিষ্টতাৱাচক প্ৰত্যয় হ'ল বে' ; যেনে— কায়-বে 'মানুহজন', পান-বে 'গছডাল'। গাৰো ভাষাত এই বিধৰ প্ৰত্যয়বোৰ এনেকুৱা : কিতাপ-কিং-ছা 'কিতাপ এখন', গোল্লো-মিং-ছা 'গজ এটা', মান্দে-চাক-ছা 'মানুহ এজন', গুই-হি্-ছা 'তামোল এখন' ইত্যাদি।[৩৮] ককবৰক ভাষাত নিৰ্দিষ্টতাৱাচক প্ৰত্যয় কিছুমান এনে ধৰণৰ : স্নাখলিক কং-চ্ছা 'জখলা এপাত', ৰি-কাং-চ্ছা 'কাপোৰ এখন', খেত-কান-চ্ছা 'পথাৰ এখন', পাহাৰ-কায়-চ্ছা 'পাহাৰ এখন', কামি-খুং-চ্ছা 'গাওঁ এখন', ৱাখুম-তাং-চ্ছা 'কল এটা', খুম-বাৰ-চ্ছা 'ফুল এটা'।[৩৯]

---

৩৩ বৰুৱা, বিমলাকান্ত : টাই ভাষা. ১৯৭৪

৩৪ **Bhattacharya, P.C.,** *A Descriptive Analysis of the Bodo Language.*

৩৫ বৰুৱা. নগেন্দ্ৰনাথ : ডিমাছা শিকোঁ আহক, ১৯৭১

৩৬ জোৱাং ৰংবং : কাৰবি-অসমীয়া পাঠ ১৯৮০

৩৭ পাণ্ডুন. নাহেন্দ্ৰ : মিচিং-অসমীয়া পাঠ, ১৯৮১

৩৮. **Choudhury, B. N.,** *Some Cultural and Linguistic Aspects of the Garos,* **1969.**

৩৯ **Pai ( Karapurkar ), Pushpa :** *Kok borok Grammar,* **1976**

৪২. প্ৰতিধ্বন্যাত্মক শব্দৰ ব্যৱহাৰ অসমীয়া ভাষাৰ আন এটা বৈশিষ্ট্য ; যেনে— ভাত-চাত, চেনি-তেনি। দেউৰী-চুতীয়া ভাষাতো এই নিয়ম আছে ; যেনে, চিঙ-পিঙ নিমখ-চিমখ' ঝিবি-পিবি 'বাটি-চাটি', কিন্তু দু-চু কুকুৰা-চুকুৰা', গে'পা-চেপা 'পাচি-চাচি'। কাৰবি ভাষাত এই শ্ৰেণীৰ শব্দবোৰ এনেকুৱা : অক-আক 'মাছ-চাছ', ছক-ছাক ধান-চান' লাং-লুং 'পানী-দুনী'।[৪০] বড়ো ভাষাত এই শ্ৰেণীৰ শব্দবোৰ এনে ধৰণৰ : হিনজাৱ-চিনজাৱ 'মাইকী-চাইকী', মকৰ-চকৰ গৰু-চৰু' ইত্যাদি।[৪১] [ তু কৰুড : হম্নু-হুম্পলু ফল-চল', ভূপ্ল-পিপ্ল 'খিউ-চিউ', অঙ্কু-ভোঙ্কু অঁকা-বেঁকা' ]

৪৩. অসমীয়া ভাষাত সম্বন্ধবাচক শব্দৰ পাছত বিভিন্ন পুৰুষ অনুযায়ী বিভিন্ন প্ৰত্যয় যোগ হয়। এই প্ৰত্যয়বোৰক পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয় বোলে ; যেনে মোৰ বোপাই, তোৰ বাপেৰ, তোমাৰ বাপেৰা, তাৰ বাপেক। বাণীকান্ত কাকতিয়ে ইয়াত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ কথা কৈছে ; যেনে ছাওঁতালী এঙ্গ-এ মোৰ মা' এঙ্গ-ত তাৰ মাক'। অসমীয়াত আকৌ বয়স অনুযায়ী সম্বন্ধ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়, যেনে, ককাই-ভাই বাই-ভনী ভিনিহি-বৈনাই। গালং ভাষাত ককাই-ভাই বাই-ভনী বুজাবলৈ একে ধৰণৰ ব্যৱস্থা দেখা যায় : আচি 'ককাই', আবিৰ 'ভাই' ; আক্ৰি বাই', আবিৰ ক্ৰিমে ভনী'।[৪২] এই সম্পৰ্কত দেউৰী-চুতীয়া ভাষাৰ এটা বিশেষত্বৰ কথা উনুকিয়াব পাৰি। এই ভাষাটোত কোনো এজন লোকক সম্বোধন কৰা আৰু সেইজনক উল্লেখ কৰি কোৱা পৰিস্থিতি দুটাত দুটা ভিন্ন শব্দৰ ব্যৱহাৰ আছে ; যেনে, সম্বোধনত আজি' ( জোঁৱাই ), কিন্তু উল্লেখত পিজি'। ভেনেকৈ য়া' মা, কিন্তু 'য়োই' ; বা দেউতা', কিন্তু 'চিপা'। মিচিং ভাষাত পোৱা যায় : বাউ দেউতা', কিন্তু আবু 'দেউতাক' ; কাকৃ 'মোমাই', আকৃ 'মোমায়েক' ; তঃত ককাদেউতা', আত ককাদেউতাক'।[৪৩]

৪৪. নঞ বা নাস্তি অৰ্থ বুজাবলৈ অসমীয়াত ক্ৰিয়াৰ আগত নাস্ত্যৰ্থক ৰূপ 'ন' যোগ হয় আৰু ধাতুটোৰ প্ৰথম স্বৰ-ধ্বনি অনুযায়ী 'ন'ৰ 'অ' স্বৰ-ধ্বনিৰ সমীভৱন হয়, যেনে নমৰে, নামাৰে/নেমাৰে, নুশুনে ইত্যাদি। অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটো সম্পূৰ্ণৰূপে চীন-তিব্বতীয় ভাষাৰ প্ৰভাৱত গঢ়ি উঠা। এই ক্ষেত্ৰত বড়ো, গাৰো, দেউৰী-চুতীয়া, ৰাভা, টাই, নগা আদি ভাষাৰ বৈশিষ্ট্যবোৰলৈ আঙুলিয়াব পাৰি।

---

৪০ টেৰণ, লংকাম : কাৰবি জনগোষ্ঠী, ১৯৭৪

৪১ **Bhat Shankara, D N, *Boro Vocabulary*, 1968**

৪২ বৰুৱা, যাদৱচন্দ্ৰ : গালং ভাষা, ১৯৭০

৪৩. পাতুন, নাহেন্দ্ৰ : মিচিং-অসমীয়া পাঠ, ১৯৮১

চীনতিব্বতীয় ভাষাবোৰত নাস্ত্যৰ্থক ৰূপ দুই ধৰণৰ। এবিধ সাধাৰণ ৰূপৰ নাস্ত্যৰ্থক আৰু আন বিধ অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ। বড়ো-কছাৰী ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল দা : যেনে, দা-থাঙ্‌ 'নাযাবা' আৰু সাধাৰণ ৰূপৰ নাস্ত্যৰ্থক ৰূপ হ'ল—আ ; যেনে, আঙহা ফয়চা গয়া 'মোৰ পইচা নাই'। গাৰো, ডিমাছা, আৰু দেউৰী-চুতীয়া ভাষাতো অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল দা—; যেনে, গাৰো দা-স্ত 'থুই নেপেলাবা' ; ডিমাছা দাথাং 'নাযাবা', দাদাং 'নকৰিবা' ; দেউৰী-চুতীয়া দাহা 'নাযাবা'। ৰাভা ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল টা— ; যেনে টা-ৰেং 'নাখাবা', টা-খাৰ 'নকৰিবা', টা-টং 'নাথাকিবা'।[88] ককবৰক ভাষাত এই ৰূপটো হ'ল তা—; যেনে, তা-চা-দি 'নাখাবা'।[8৫] তিৱা ভাষাতো তা—; যেনে তা-চা 'নেখাবি', তা-লি 'নেযাবি'।[8৬] অসমীয়া ভাষাৰ নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপৰ আন বৈশিষ্ট্যটো চীনতিব্বতীয় ভাষাত পোৱা যায়। এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখ কৰিবলগীয়া হৈছে আহোম আৰু আও-নগা ভাষা। আহোম ভাষাত নাস্ত্যৰ্থক ৰূপটো অকল ক্ৰিয়া-ৰূপৰ আগতেই নবহে, ধাতুটোৰ প্ৰথম স্বৰ-ধ্বনি অনুযায়ী তাৰ সমীভৱনো হয়। উদাহৰণ : মা-ভঙ > মভঙ 'নুবুজোঁ', মা-কিন > মিকিন 'নাখাওঁ', মা-লুক > মুলুক 'নুঠোঁ'।[8৭] আও-নগা ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল তা- আৰু সাধাৰণ নাস্ত্যৰ্থক ৰূপ হ'ল মা-। দুয়োটা ধাতুৰ আগত বহে আৰু ধাতুৰ প্ৰথম স্বৰ-ধ্বনি অনুযায়ী 'আ' স্বৰ-ধ্বনিৰ সমীভৱন হয়। উদাহৰণ : তা-আপু > তাপু 'নবজাবা', তা-ইমৃলা > তিইমৃলা 'আশা নকৰিবা', তা-উভান > তুউভান 'মুহুখিবা' ; মা-আপু > মাপু 'নবযায়', মা-ইমৃলা > মিইমৃলা 'আশা নকৰে', মা-উভান > মুউভান 'নোজোখে'।[8৮] ধাতুত থকা স্বৰ-ধ্বনি অনুযায়ী পূৰ্ব-প্ৰত্যয়ৰ স্বৰ-ধ্বনিৰ সমীভৱন-ৰীতি বড়ো ভাষাতো আছে ; যেনে দেৰ পে-দেৰ 'ডাঙৰ কৰ্‌' ; মন, প-মন 'বাহ্‌' ; হাম, পা-হাম 'মেৰামতি কৰ্‌' ; জো, পো-জো "বহুওৱা'।[8৯]

---

88 ৰাভা, ৰাজেন : ৰাভা জনজাতি ১৯৭8

8৫ Pai (Karpurakar), Pushpa : *Kokborok Grammar*, 1976

8৬ তিৱা শব্দ-সম্ভাৰ : অসম-সাহিত্য-সভা ১৯৮১

8৭ অসম-সাহিত্য-সভা-পত্ৰিকা : দ্বাবিংশ বছৰ, ১ম সংখ্যা

8৮ Gurubasave Gowda, K.S., *Indian Linguistics*, vol 33

8৯ Bhat Shankara, D.N., *Boro Vocabulary*

৪৫ অসমীয়া ভাষাৰ 'বোৰ' আৰু 'বিলাক' এই বহু-বচনৰ প্ৰত্যয়দুটাৰ মূল চীনতিব্বতীয় ভাষা ঃ "বিলাক শব্দ মিচমি কা-ফ্লাক ( সকলো ) শব্দৰ পৰা ওলোৱাটো বেছি সম্ভৱ। কা-ফ্লাক মিজু-মিচমি ভাষাৰ বহুবচনৰ প্ৰত্যয় বা চিন। এনে অনুমান কৰিব পাৰি যে গাৰো 'ফিলাক' আৰু মিচমি 'কা-ফ্লাক' একে শব্দ"।[৫০] 'বোৰ' প্ৰত্যয় বড়ো-কছাৰী 'ফোৰ' প্ৰত্যয়ৰ পৰা অহা, তু বড়ো ঃ মানসি-ফোৰ 'মানুহবোৰ', নো-ফোৰ' 'ঘৰবোৰ'। কথা-গুৰুচৰিতত 'ভোৰ' পোৱা যায়, যেনে, সকভোৰ। বুৰঞ্জীত বোৰ ( ইবোৰেও ), ভোৰ ( ইভোৰে ),, বোলাক ( ইবোলাকে ) আদিৰ ব্যৱহাৰ দেখা গৈছে। বোৰ + গিলাক > বোলাক > বিলাক এই ধৰণেও "বিলাক প্ৰত্যয়টোৰ ব্যাখ্যা দেখুৱাব পাৰি। অসমীয়া ভাষাত লিঙ্গ-ভেদ বুজাবলৈ অৱলম্বন কৰা তিনিটা উপায়ৰ ভিতৰত এটা হৈছে কিছুমান পুৰুষ আৰু স্ত্ৰী-বুজোৱা যুক্ত-ৰূপৰ ব্যৱহাৰ, যেনে, মতা ম'হ, মাইকী ম'হ ; মতা মানুহ, মাইকী মানুহ। এই প্ৰথাটো তিব্বতবৰ্মীয় কেইবাটাও ভাষাত দেখা যায়। দেউৰী-চুতীয়া ভাষাত এই ব্যৱস্থাটো এনেকুৱা ঃ মুকাগু লে'পেচুৰ 'মতা ছাগলী', মিচিগু লে'পেচুৰ 'মাইকী ছাগলী'। কাৰবি ভাষাত মেথান 'কুকুৰ', মেথান আল 'মতা কুকুৰ', মেথান আপি মাইকী কুকুৰ' ; মেং আল 'মতা মেকুৰী', মেং আপি 'মাইকী মেকুৰী'। ৰাভা ভাষাত মাবা গোৰায় 'মতা ঘোঁৰা', মাজু গোৰায় 'মাইকী ঘোঁৰা' ; মাবা গাধা 'মতা গাধ', মাজু গাধা 'মাইকী গাধ', মাবা মিংকু 'বোন্দা', মাজু মিংকু 'জাঁই'। মিচিং ভাষাত চিমন আব মতা পশু', চিমন আনা 'মাইকী পশু' ; আঁও আব 'মতা মাছ', আঁও আনা 'মাইকী মাছ'। গাৰো ভাষাত দো বিপা 'মতা কুকুৰা', দো বিমা 'মাইকী কুকুৰা', বিছা 'কেঁচুৱা', মেআ বিছা 'মতা কেঁচুৱা', মেচিক বিছা 'মাইকী কেঁচুৱা'। গালং ভাষাত ইকি 'কুকুৰ', ইকি + আব > কিব 'মতা কুকুৰ' ; ইকি + আনে > কিনে 'মাইকী কুকুৰ'।

৪৬ অসমীয়া ভাষাটো প্ৰধানকৈ পৰ-প্ৰত্যয় প্ৰধান ভাষা। কিন্তু দুই-এঠাইত মধ্য-প্ৰত্যয়ৰ ব্যৱহাৰ আছে ; যেনে, কিতাপ, কিতাপ-খন, কিতাপ-কেই-খন ; মানুহ, মানুহ-জন, মানুহ-কেই-জন, মানুহ-কেই-বা-জন ; মানুহ, মানুহ-বোৰ, মানুহ-কেত-বোৰ। অসমীয়া ভাষাত মধ্য-প্ৰত্যয়ৰ ব্যৱহাৰৰ ক্ষেত্ৰত জনজাতীয় ভাষাৰ প্ৰভাৱৰ কথা ক'বই লাগিব। তু. দেউৰী-চুতীয়া ঃ হা-ন্ 'খাম', হা-চ্চি-ন্ 'বাৰে বাৰে খাই থাকিম', অসমীয়া ভাষাৰ পেখম, লেহেম, লোখোমা আদি শব্দৰ -ম/-মা অংশ ; যেপোচা,

---

৫০ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব

ৰঙচুৱা আদি শব্দৰ -চা/-চু অংশ বড়ো ভাষাৰ পৰা অহা। তু. বড়ো: দোয়-মা 'ডাঙৰ নৈ', দোয়-চা 'সৰু নৈ', নো-চা 'সৰু ঘৰ, জুপুৰী'। দুই-এঠাইৰ বাহিৰে অসমীয়াত সচৰাচৰ বিশেষ্য-শব্দটো স্ত্ৰী-লিঙ্গৰ হ'লেও বিশেষণ-শব্দটো স্ত্ৰী-লিঙ্গৰ নহয়; যেনে, ভাল ল'ৰা, ভাল ছোৱালী। ইয়াত তিব্বতবৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথা কোৱা হৈছে।[৫১] অসমীয়া ভাষাত পঞ্চমী বিভক্তি নাই। ষষ্ঠী বিভক্তি 'ৰ'ৰ পাছত 'পৰা' এই পৰ-সৰ্গটো যোগ দি অপাদানৰ অৰ্থ প্ৰকাশ কৰা হয়। জনজাতীয় ভাষাত এই বৈশিষ্ট্যটো পোৱা যায়। এই ক্ষেত্ৰত ডিমাছা ভাষাটো মন কৰিবলগীয়া। ডিমাছাত 'আঙ্গা' মানে ল'ৰা, আঙ্গানি 'ল'ৰাৰ,' আঙ্গানি প্ৰাং 'ল'ৰাৰ পৰা'; বো 'সি', বোনি 'তাৰ', বোনি প্ৰাং তাৰ পৰা'। বড়ো ভাষাত নো 'ঘৰ', নোনি 'ঘৰৰ', নোনি ফ্ৰাই 'ঘৰৰ পৰা'। ৰাভা ভাষাত আং 'মই', আং-ই 'মোৰ', আং-ই পাৰা 'মোৰ পৰা'; চিং 'আমি' চিং-ই 'আমাৰ', 'চিং-ই পাৰা 'আমাৰ পৰা'।

৪৭. অসমীয়া ভাষাত পৰ-সৰ্গৰ যথেষ্টৰূপে ব্যৱহাৰ হয়। তিব্বতবৰ্মীয় ভাষাতো বিশেষ্যৱাচক পৰ-সৰ্গ কিছুমান একে ধৰণৰ: অস বজাৰৰ পৰা, ককবৰক বাজাৰ-নি-থানি; অস. মেজৰ তলত, কক তে'বুল-নি-তলা; অস মোৰ লগত, কক আ-নি-লগে ইত্যাদি। অসমীয়া ক্ৰিয়াৱাচক পৰ-সৰ্গ দে/দেইৰ ক্ষেত্ৰত ডিমাছা ভাষাৰ 'দউ' [ জিলাই দউ 'খোৱা দেই' ] ৰ কথা মনলৈ আহে। তু মিচিং: তেই: ন লাঃতেই 'তুমি আনাচোন'। অসমীয়া বাক্যৰ শব্দ-ক্ৰমেৰে সৈতে তিব্বতবৰ্মীয় ভাষাৰ বাক্যৰ শব্দ-ক্ৰমৰ মিল দেখা যায়। সাধাৰণতে কৰ্তা-কৰ্ম-ক্ৰিয়া এই ক্ৰমতে বাক্য সজা হয়। তু. মিচিং: ঙ আপিন্ দদ 'মই ভাত খাওঁ'। অৱশ্যে অসমীয়া ভাষাৰ সকলো বাক্যত ক্ৰিয়া-ৰূপৰ প্ৰয়োগ নহয়; যেনে এইটো কাৰ ঘৰ; তোমাৰ নাম কি? চীন-তিব্বতীয় ভাষাত এই বৈশিষ্ট্যটো পোৱা যায়: দেউৰী-চুতীয়া: নিয় মু দামদি (তোমাৰ নাম কি)। খামটি ভাষাত: চ্চি মউ ৱাহিনে (নাম তোমাৰ কি)। বড়ো ভাষাত: আঙ্অ মানসি (মই মানুহ; ৰামা গোথো (ৰাম সৰু ল'ৰা); মানুসিয়া গাজ্ৰি (মানুহটো বেয়া)। অসমীয়া ভাষাত সংযুক্ত শব্দৰ ব্যৱহাৰ যথেষ্টৰূপে পোৱা যায়। ইয়াতো জনজাতীয় ভাষাৰ প্ৰভাৱৰ কথা চিন্তা কৰিব পাৰি। গাৰো ভাষাত এই বৈশিষ্ট্যটো আছে। উদাহৰণ: আমবিন্-আম 'ধান-চাউল', হমেন-পেত্তা 'পশু-পক্ষী', ক্ৰিজল-ক্ৰিমে 'স্ত্ৰী-পুৰুষ', দক্ৰি-পল 'চন্দ্ৰ-সূৰ্য', ইচি এমে 'জুই-পানী' ইত্যাদি।

---

৫১ মেধি, কালিৰাম: অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব

## জনজাতীয় ভাষাৰ অৱদান

৪৮. ভাষা এটাৰ গঠন-পদ্ধতি যদি ভাষাটোৰ 'শুকান হাড়-ছাল' হয়, তেনেহ'লে শব্দ ভাণ্ডাৰ তাৰ 'তেজ-মঙহ'। অসমীয়া ভাষাৰ গঠন পদ্ধতিটোক এটা সুকীয়া ৰূপ দিয়াৰ পাছত অসম আৰু অসমৰ ওচৰে-পাজৰে পৰ্বতে-ভৈয়ামে থকা জনজাতীয় ভাষা-বোৰে অসমীয়া ভাষাক নানা ধৰণৰ শব্দ-সম্ভাৰৰ যোগানেৰে পুষ্ট কৰালে। অসম আৰু ইয়াৰ দাঁতিকাষৰীয়া ৰাজ্যৰ বিভিন্ন ঠাইৰ নাম, নদীৰ নাম, উৎসৱ-পৰ্বৰ নাম, উপাধি, বিষয়া আদিৰ নাম আৰু দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা অনেক শব্দ চীনতিব্বতীয় ভাষা-গোষ্ঠীৰ ভাষাৰ পৰা অহা। অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ পৰা কিছুমান শব্দ অহাৰ সম্ভাৱনা ডঃ কাকতিয়ে দেখুৱাইছে; যেনে খাচিৰ পৰা অহা: কাবৌ, খং হেনো জহা (ধান), কোল-মুণ্ডাৰ পৰা অহা: এৰা (হয়) লাটুম উবুৰিয়া, মুগা, ডগুৰা; চাঁওতালীৰ পৰা অহা: ঢোপ, ঢুমা গোহাৰি পাহাৰ গোঙোৰা; মালয়ৰ পৰা অহাঃ: বগা বুটল্ চেলাউৰি চেঙা, সাঁফৰ, ডিঙি, গাহৰি, হোলোঙা জেং, মৈদাম, নাহৰফুটুকী সোলা উঁই সিজু ইত্যাদি।[৫২] ডাং, (মুণ্ডা ডাঙ), দাকুৰা 'ছাগলীৰ ডিঙিত আঁৰি দিয়া কাঠ বা বাঁহৰ টুকুৰা' (মুণ্ডা, টাকু) ডুব্ (মু ডুম্), আচ্ৰা 'ধান চতিওৱা এবিধ প্ৰথা (মু. আচড়া) আদি শব্দবোৰ মুণ্ডা ভাষাৰ পৰা অহা।[৫৩] গণ্ডা, কুৰি, পোন্ন আদি শব্দকো পণ্ডিতসকলে অষ্ট্ৰিক ভাষাৰ পৰা অহা বুলি দেখুৱাইছে। স্থানবাচক শব্দৰ ভিতৰত প্ৰাগজ্যোতিষপুৰ, কামৰূপ, কামাখ্যা হাৰুপ্পেশ্বৰ আদি শব্দক অষ্ট্ৰিক ভাষাৰ লগত সাঙোৰা হৈছে। শেষাংশত -ত,-তা,-তু আদি থকা শব্দবোৰ অষ্ট্ৰিক বুলি ধৰা হৈছে; যেনে, কাম-তা, চাম-তা, বক-তা, চাপতগ্ৰাম, ধৰমতুল। চাংচাৰি শব্দটোৰ মূল মুণ্ডা, চানচাড়ি 'চাৰিচুকীয়া পাচি'। যিবোৰ নদীবাচক শব্দৰ শেষাংশত -ঙ -আঙ, -লাও আদি আছে সেইবোৰ অষ্ট্ৰিক; যেনে দিহিং দিবং দিচাং, তিলাও (ব্ৰহ্মপুত্ৰ)। তিলাও শব্দৰ পৰাই লাও-তি, লুইত হৈছে গৈ। বুৰঞ্জীত পোৱা অনুযায়ী ব্ৰহ্মপুত্ৰৰ নাম যদি নাম-তি-লাও হয় আৰু 'লাও' অংশ অষ্ট্ৰিক হয়, তেতিয়া হ'লে 'তি' অংশটো মিচমি আৰু 'নাম' অংশটো টাই-আহোম। মিজু-মিচমিত 'তি' মানে নৈ।

৪৯. তিব্বতবৰ্মীয় বড়ো ভাষাৰ পৰা কিছুমান সৰল আৰু মিশ্ৰ ধাতু আৰু নানা তৎহৰ শব্দ আহিছে। ডঃ কাকতিয়ে উল্লেখ কৰা অনুযায়ী এনে ধাতু আৰু শব্দবোৰৰ কিছুমান এনেকুৱা: চেলেক্, খেপ্, আগচ্, গচক্, চেপ; খাম বাছ,

---

৫২ Kakati, B, *Assamese Its Formation and Development*, 1941
৫৩ Sinha, N. K, *Mundari Grammar*, 1975

গবা মাব, বিৰ দি ; হাঁফলু, জোং, হেঙাৰ, হাঙ-ফাঙ, লফা, ডাউক আদি। আন কিছুমান ধাতুও বড়ো ভাষাৰ পৰা যে অহা তাত সন্দেহ নাই ; যেনে গমা (অকাৰণত নষ্ট কৰ্. হেকৰা), হাঠ্ (কাম ) [ তু বড়ো হাখি পু অস. হাঠ] 'খোজ কাঢ়্', হোৰ্ 'খেদ্' ( কাম গৰু খেদাত ব্যৱহাৰ হয় ), মৃদ্ ( বড়ো. মৃদু ), জোকা ( বড়ো. জোখা ) ইত্যাদি। বড়ো ভাষাৰ বহুতো শব্দৰ কামৰূপী আৰু গোৱালপৰীয়া উপভাষাৰ শব্দেৰে সৈতে একে ৰূপত পোৱা যায় আৰু সেই শব্দবোৰৰ মূল সংস্কৃত বা আন ভাষাত বিচাৰি উলিওৱাটো কঠিন হৈ পৰে। সেই শব্দবোৰ বড়ো ভাষাৰ পৰাই অসমীয়ালৈ আহিছে বুলি নিঃসন্দেহে ধৰিব পাৰি। তলত তেনে শব্দ-তালিকা এখন দাঙি ধৰা হ'ল।*

| বড়ো | কামৰূপী |
|---|---|
| আগুৰি 'আগুৰ্' | আগুৰ্, মা. অস আগুৰ্ |
| আগ্ৰা 'এবিধ বন' | আগ্ৰা |
| আঙবাঙ 'অৰ্থহীন' | আঙবাঙ |
| আথা 'এঠা' | আথা |
| আথিয়া 'সৰু নৰ্দমা' | আইতা |
| আনালি 'কষ্ট' | আনালি |
| আত্ৰা 'একো নজনা লোক' | আত্ৰা |
| আৰ্লি 'এবিধ বন' | আৰ্লি |
| আলায় 'ওলোমা' | আলা |
| আৰজায় 'আউজ' | আউজ |
| আলায়জাব্ৰা অজ্ঞ | আলেজাব্ৰা |
| উখ্ৰা খেৰৰ সৰু জুমুথি' | উকৃৰা |
| উৰান্ 'পিছৰ ফালে বেঁছি ওজন হোৱা বাবে পিছফাল তললৈ গৈ গাড়ীৰ আগৰ অংশ ওপৰলৈ উঠা কাৰ্য' | উবাল্ |
| ওগ্ৰা 'মৃত্যুৰ আগ-মুহূৰ্তত মুখত দিয়া বস্তু' | অগ্ৰা |

* এই শব্দবোৰ ডঃ ডি. এন. এছ ভটৰ 'বৰো ভোকেবুলেৰি', ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ 'এ ডিছক্ৰিপটিভ এনালিছিছ অব্ দি বৰো লেঙুৱেজ', আৰু পূৰ্বোক্তৰ ভাষা-সমিতিৰ 'অসমীয়া বড়ো শব্দকোষ' নামৰ পুথিৰ পৰা লোৱা হৈছে।

| বড়ো | কামৰূপী |
|---|---|
| খথিয়া 'কঠীয়া' | কৈথা |
| খৰম 'খৰম' | খৰাম |
| খয়্‌ৰ 'এবিধ গছ' | খৈৰা |
| খলমৌ 'এবিধ শাক' | কসমৌ |
| খাঙ্‌খিলা 'এবিধ মাছ' | কোইকৃলা |
| খাদা 'গোৰৰ-জাবৰ পেলোৱা বাঁহেৰে সজা এবিধ পাচি' | খাদা |
| খাব 'বিশডাল বেতৰ গোট' | কাব |
| খাচি 'ধান-কটা কাচি' | কাচি |
| খাচি 'কঁহুৱা-বন' | কাঁহি |
| খুখুৰ 'বেৰখন ধৰি ৰাখিবলৈ তলত দিয়া সৰু খুঁটি | কুকুৰ |
| খুথি 'শাক-পাচলি কাটু' | কুত্‌ |
| খুৰখুথা 'কেৰ্কেটুৱা' | কৰকোতা |
| খোঙ্‌গা 'কোঙা' | কঙা |
| খোদৰা 'আধাৰি' | কধ্‌ৰা |
| খোফৰা 'শোৱা কোঠা' | খপ্‌ৰা |
| গৰিয়া 'তুৱাৰডলি' | (তুৱাৰ) গৈৰা |
| গাঙ্‌থি 'কাষলতি বা তেনেকুৱা ঠাইত উঠা বিহ-ফোৰা' | গাউঁতি |
| গাম্‌বলা 'এবিধ চৰিয়া' | গাম্‌সা |
| গাৰখাদা 'জাবৰ আদি পেলাবলৈ ব্যৱহাৰ কৰা বাকচ বা পাচি' | গাবোখৰা 'এবিধ ডাঙৰ পাচি' |
| গুগ্‌লা 'ঘুগুলা' | ঘুগ্‌লা |
| গুন্‌চা 'ঘুন্‌চা-জৰী' | ঘুন্‌চা |
| গেদ্‌বা 'গেদ' | গেদা |
| গোৰ্‌খা 'তাঁত-শালৰ গৰকা' | গৰ্‌কা |
| গমা 'হেৰুৱা' | গমা |

| বড়ো | কামৰূপী |
|---|---|
| তাঙ্গন 'টাঙন' | তাঙান |
| থিখা 'চিঁটা' | তিকা |
| থিঙ্‌খ্‌লি 'টেকেলি' | তেঁকলি |
| থিখিনি 'টিকনি' | তিক্নি |
| থুথ্‌ৰি 'থুঁতৰি' | ধুথ্‌ৰি |
| থুম্‌ক্ৰা 'ঘূৰণীয়া' | তুপ্‌ৰা |
| থেখ্‌না 'গৰুৰ গাড়ী এখন দাণ্ডি ৰাখিবলৈ সমুখৰ ফালে দিয়া দুডাল বাঁহেৰে সজা সঁজুলি' | থেক্না |
| থেফ্‌লা 'পাত্ৰ আদি কৰবাত খুন্দা খাই কোনো অংশ বহি যোৱা কাৰ্য' | তেঁপ্‌লা |
| থেমা 'সৰু পাত্ৰ' | তেঁমা 'টেমা' |
| থোফা 'টোম' | তপা |
| থো 'এবিধ পাত্ৰ' | তো |
| দবগ 'এৰাল' | দৰাখ |
| দল্লাই 'ডবা' | দল্লা |
| দল 'পানীত বগাই যোৱা এবিধ ঘাঁহ' | দল |
| দাঙ্‌ৰি 'ডাঙৰি' | দাঙৰি |
| দাফ্‌না 'তপিনা' | দাপ্‌না |
| দাফ্‌চা 'এবিধ বন' | দাব্‌চা |
| দাবৰ 'চৰিয়া' | দাবাৰ |
| দামল দলং' | দামাল |
| দামৃত্ৰি দামুৰি' | দাম্ৰি |
| দালখোলিয়া 'এবিধ ডাঙৰ জাতৰ নিগনি' | দালসোইলা |
| দিঙ্‌খি 'ঢেঁকী' | ধেকি |
| দিঙ্‌খিয়া 'ঢেঁকীয়া' | ধেইকা |
| দুখ্‌না 'পটুৱা' | ধোউক্না 'তামোল-গছৰ চকুৱা' |

| বড়ো | কাছাৰী |
|---|---|
| দুখ্‌লি 'এবিধ পাচি' | দুকলি |
| দুমা 'ডাঙৰ' | ধুমা |
| দুলি 'ডুলি' | দুলি |
| দেঙ্‌ক 'সুৰ' | ধে'ক |
| দেৱনা 'পদুলি-মুখৰ ডেও দি পাৰ হ'ব পৰা সৰু বেৰ' | দে'উনা |
| দোখ্‌ৰা 'ডোখৰ' | দখ্‌ৰা |
| দোঙ্‌খা 'বিয়া কৰাই ছোৱালীৰ ঘৰতে থকাজন' | ধকা |
| দোবৃৰা 'গাত ফুলি উঠা ফোৰাৰ নিচিনা সৰু সৰু অংশ' | দবৃৰা |
| দোমায়চা 'দুটা ভিন্ন জাতৰ পৰা জন্মা' | দমেইচা |
| নাৰৌ 'নাৰ-মাছ' | নাৰা |
| নাৰ্‌ফিনা 'দুৰ্বল' | নাৰপেইনা |
| নিচ্‌লা 'এবিধ মাছ' | নিচ্‌লা 'মিচা-মাছ' |
| ফাখ্‌ৰা 'পথৰা' | পাখ্‌ৰা |
| ফাগ্‌লা 'পগলা' | পাগ্‌লা |
| ফাথাখ 'বন্দী-শাল' | ফাতাক |
| ফাথ্‌ৰা পাতল, মিহলীয়া' | ফাতৰা |
| ফানৃথা 'পঠা' | পাথা |
| ফান্দি 'ফান্দী' | ফান্দি |
| ফালেঙ 'পালেং-শাক' | পালাঙ |
| ফুচ্‌লায় 'ফুচুলা' | ফুইচ্‌লা |
| ফেৰেঙা 'ফেৰেঙণি' | ফে'ৰ্‌ঙা |
| ফেন্দা 'উৰু' | ফে'ৰা |
| ফোনৃথা 'কাঠৰ ছেঙেল' | ফনৃতা |
| ফোনৃথা 'পীৰা' | পনৃতা |
| বথৰ 'বতৰ' | বতাৰ |
| বথিয়া 'বেজিত ভৰোৱা সুতা' | বৈতা |

| বড়ো | কামৰূপী |
|---|---|
| বয়থালা 'এবিধ গালি' | বৈতাল দুষ্ট' |
| ববি বাম মাটি' | বোৰি |
| বয়গ্রি 'বগৰী' | বৌগ্‌ৰি |
| বাস্থা 'শৰাই' | বাতা |
| বুথুৱা 'ভোটা' | বুতা |
| বুন্দা 'মতা মেকুৰী' | বন্দা |
| বুন্দি 'মাইকী মেকুৰী' | বুন্দি |
| বাজন্ 'হালবোৱাত লগোৱাৰ আগৰ অৱস্থাৰ মতা গৰু' | বাজান |
| বিচ্‌ৰায় 'বিচাৰ্' | বিচাৰ্ |
| বিজলায় 'ঠাট্টাকৰ্' | ঝিজাল ধৰ্ |
| বেচু'বেঙচু 'এবিধ চৰ্ম-ৰোগ' | বে'উঁচ |
| বেলথায় ওপৰৰ পৰা তললৈ মুৰ কৰ্. মুখ ঘুৰা' | বেলতা |
| বেলবুঙ 'মূৰ্খ' | বেলবুঙ |
| মাথু 'তাঁত-শালৰ মাকো' | মাকু |
| মনিয়া 'পুৰ নোহোৱা' | মোইনা |
| মান্না 'কলেৰা' | মান্না |
| মুথা 'ভেঁট-ফুল' | মৌকা |
| মেথা 'বাহী হৈ টেঙা লগা' | মে'কা |
| মেলা 'যথেষ্ট' | মে'লা |
| মই 'মৈ' | মৈ |
| মোনা 'মোনা' | মনা |
| ৰেপি 'ৰেপ্' | ৰে'প্ |
| বাচ 'বাঁচ' | বাহ্ |
| কয়া 'থবৰ চালৰ সঁজুলি' | কআ |
| লাথুৱা 'দুষ্ট' | লাউথা |
| লাফা 'লফা' | লাফা |
| লেবুৰা 'বাওঁ হাতেৰে কাম কৰাজন | লে'বুৰা |

| বড়ো | কামৰূপী |
|---|---|
| লেঙ্‌বা 'লেঙেৰা' | লে'ঙ্‌বা |
| চৰখি 'চতি' | চোতি |
| চাঙ 'চাঙ' | চাঙ |
| চাফি 'চাপ্‌' | চাপ্‌ |
| চাক্ৰা 'চপৰা' | চাপ্ৰা |
| চামৃনি 'গাখীৰৰ সৰ' | চামৃনি |
| চিয়ায় 'ঘৰ ছা' | চিআ |
| চুলুঙ 'চোৰ' | চুলুং |
| চুচ্‌নি 'কল-গছৰ শুকান পাত' | চচ্‌নি |
| চেঙ্‌ৰা 'ডেকা' | চে'ঙ্‌ৰা |
| চোৰ্‌ফা 'উৰি ফুৰা আৰু জীৱ-জন্তুক কামোৰা এবিধ সৰু পোক' | চৰ্‌পা |
| চোহ্‌ৰা 'খোঁকা' | চহ্‌ৰা |
| জমথ 'থং' | জমক |
| জাথায় 'জাকৈ' | জাথা |
| জাখ্‌লা 'জখলা' | জখ্‌লা/জাখ্‌লা |
| জাবৰাঙ 'এবিধ মছলা জাতীয় বস্তু' | জাবৰাঙ |
| জাবা 'জবা-টেঙা' | জাবা |
| জালি 'পোৱালি' | জালি ( মাগুৰ-মাছৰ ) |
| জাহামালায় 'জহামাল' | জাহামাল্লা |
| জিনাৰ 'এবিধ জন্তু' | জিনাৰ |
| জুঙ্‌থি 'জুমুথি' | জুঙ্‌তি |
| জুথি 'সোৱাদ' | জুতি |
| জেকা 'জেকা' | জে'কা |
| জেঙা 'জেঙা' | জে'ঙা |
| জেৱৰা 'জেন্তুৰা' | জে'উৰা |
| জোলায় 'বেগেত' | জলে |
| হাংখা 'হাকুঁটি' | হাউঙ্‌তা/হাঙ্‌তা |
| হাবাঙ 'অজলা, মুখ' | হাবাঙ |
| হামৃফলা 'জঁাপ' | হাফ্‌লা/হাফুল |
| হালায় 'হাল্‌' | হাল্‌ |
| হোন্‌থ্‌ৰায় 'শুই থাকোঁতে নাকেৰে শব্দ কৰ্‌' | হত্‌ৰা |

৫৩. স্থানৱাচক শব্দৰ ভিতৰত হাজো, হাকমা, বিহামপুৰ, দিছপুৰ আদিক বড়ো ভাষাৰ বুলি ধৰা হৈছে। শব্দৰ আগত 'দি' নাইবা শেষত 'দৈ' থকা নদীৱাচক শব্দবোৰ বড়ো ভাষাৰ। দিহিং, দিবং, দিখৌ আদি শব্দৰ আদি অংশ আৰু ভোগ-দৈ, মঙ্গল-দৈ আদিৰ শেষৰ অংশ বড়ো। দেউৰী-চুতীয়া ভাষাৰ পৰা বেছি শব্দ অহা নাই। তথাপি ডেকা (দে'কাণ্ড), লেথীয়া (লাকিয়া) শব্দদুটাৰ কথা মন কৰিবলগীয়া। দেউৰী-চুতীয়াত 'তঙা' শব্দ এটা আছে। তাৰ অৰ্থ গামোচা। অসমীয়া 'টঙালি' শব্দটো ইয়াৰ পৰা আহিব পাৰে।* স্থানৱাচক শব্দৰ ভিতৰত চিৰিংচাপৰি (চিৰিং 'তপিনা') শব্দটো উল্লেখযোগ্য। অসমীয়া বিহু শব্দটো দেউৰী-চুতীয়া ভাষাত 'বিচু'ৰূপে পোৱা যায়। তিৱাসকলেও বিহুক 'বিচু' বুলি কয়। তিৱা ভাষাত 'বিচু' শব্দৰ অৰ্থ হ'ল 'বসুমতিৰ পূজা, অৰ্থাৎ ভূমি-পূজা।[৫৪] বিহুৰ লগত সম্বন্ধিত 'গগনা' শব্দটো বড়ো ভাষাত 'গংগনা' ৰূপে পোৱা যায়। অসমীয়াৰ মাঘ-বিহুৰ লগত সম্বন্ধিত 'মেজি' শব্দ খুব সম্ভৱ চীনতিব্বতীয় ভাষাৰ অৱদান। তিব্বতী, কুকি, কাৰবি ভাষাত 'মে' মানে জুই; মিজু-মিচমিত 'মাই' মানে জুই, আঙ্গামি আৰু কাছা.নগা ভাষাত 'মি' মানে জুই। গালং ভাষাত এমে' মানে জুই; 'ইচি' মানে খৰি। এমে + ইচি > মেচি; তু. ইকি আৰ > কিৰ 'মতা কুকুৰ'। মেচি > মেজি। এই শব্দবোৰেৰে সৈতে মিচিং ভাষাৰ শব্দ কেতবোৰো চাব পাৰি; ৰৱালী (মাছ), বোকা (মি. বুকাদ), কালি 'মাছ-মৰা এবিধ সঁজুলি' (মি কালি), উককা (মি উককা), চেঁউৰী (মি চেঙৰি), টোকাৰী (মি তুকাৰি), তিয়হ (মি তিয়ঙ) পেঁপা (মি পেস্পা), মুজুং-মাজাং (মি. মুজুঙ 'বুঢ়া'), লৰ্ 'গেল' (মি লৰিনা), আজেবাজে অদৰকাৰী' (মি আজে-বজে 'বেছি'), তামোল-ছালি (মি. চালি)।[৫৫] ককবৰক ভাষাৰ শব্দেৰে সৈতে সাদৃশ্য থকা অসমীয়া শব্দ কেতবোৰ এনে ধৰণৰ: জিঙা 'জিকা' তু গোৱা. ঝিঙা, বান্‌জি 'বাজী', চুঙা (তু. তিৱা চুংগা), কমৃলা 'কমলা-টেঙা'।[৫৬] অসমীয়া জেং, জাবৰ থেকেৰা শব্দক গাৰো ভাষাত জেং, জাবোল, আৰু থেল্ৰা ৰূপত পোৱা

* অসম-সাহিত্য-সভাৰ ভূতপূৰ্ব প্ৰধান সম্পাদক ডঃ নগেন শইকীয়াই কথাটো আমাক উনুকিয়াই দিয়ে।

৫৪ কৌৰৱ অৰুণচন্দ্ৰ: 'তিৱাসকলৰ বহাগ বিহু', (প্ৰবন্ধ): দূত, তৃতীয় বছৰ. দ্বিতীয় সংখ্যা।

৫৫ পাতুন, নাহেন্দ্ৰ: মিচিং-অসমীয়া পাঠ, ১৯৮১ আৰু 'অসমীয়া-মিচিং-শব্দ কোষ', ১৯৮২

৫৬ Pai Karapurkar, Pushpa: *Kokborok Grammar*. 1976.

যায়।[৫৭] অব (ওৰ), আল (আলপৈচান), আলা (আৰি থ) চাংকাল (সোনকাল), চুজি (সুজ্), থবক (কঁপি থকা), দোৱান, লৰ্ (দৌৰ) আদি শব্দ তিৱা ভাষাত পোৱা যায়।[৫৮] ডিমাপুৰ, লংকা (ডিমাছা : আলংকা) আদি ঠাইৰ নাম ডিমাছা ভাষাৰ পৰা হোৱা।[৫৯] ডিব্ৰুগড় মিচমিৰ ঘৰৰ ভিতৰৰ আটাইতকৈ ওপৰত থকা চাংখনৰ নাম 'হাপুঁ'। নামনি-অসমত 'হাপুৰ দিনৰ' বুলি এষাৰ কথা আছে। তাৰ অৰ্থ অতি পুৰণি। শব্দটো থুবসম্ভৱ মিচমি শব্দ। নামনি-অসমৰ কোক / কুক 'খালৈ' শব্দটো গাৰো ভাষাত 'কোকচি' ৰূপে পোৱা যায়। ৰাভা ভাষাত পোনা-মাছক পোংন্না বোলে। 'পোনা' শব্দটো তাৰ পৰা আহিব পাৰে। কামৰূপী উপভাষাত ব্যৱহৃত 'চেপন' (ঠেক) শব্দটো ৰাভা ভাষাৰ। তেনেকৈ বাক্ৰা 'মুকলি-ঠাই' শব্দটোৰ মূল ৰাভা ভাষাৰ 'বাগ্ৰা' শব্দ।

৫১. কালিৰাম মেধিয়ে কুৰাং (কুকুৰ), কাবু, বাখৰ 'বাৰুদ', লিতিকাই আদি শব্দ খাচি ভাষাৰ পৰা; আলহী, কেৰেপ, হোৰা 'বোকোচা', কাকদোঙা, কলং (নৈ), লামডিং, মেংকুলি (মেকুৰী) আদি শব্দ মিকিৰ (কাৰ্বি) ভাষাৰ পৰা; কুকুৰা, কেটেঙা, জিক্ হজুৰা, দৰং আদি শব্দ দেউৰী-চুতীয়া ভাষাৰ পৰা; আই 'মা', দোং, পেংলাই, ফতিকা, ফাইদাং, ৰবলা, হোজাই (ঠাই) আদি শব্দ কছাৰী ভাষাৰ পৰা, আৰু চিচি (নৈ) শব্দ মিচিং ভাষাৰ পৰা অহা বুলি দেখুৱাইছে।[৬০] অসমীয়া লেং (লেং মাৰ্) ৰূপটো কাৰবি ভাষাত 'লেং', ক'লো নোহোৱাকৈ গুচি যা এই অৰ্থত ব্যৱহাৰ হয়। ডিমাছা ভাষাত কটা অৰ্থত 'দাই'ৰ ব্যৱহাৰ আছে। অসমীয়াত দিয়ে কটাৰ পৰা ধান কটা অৰ্থত ব্যৱহাৰ হোৱাটো যুক্তিসঙ্গত। মান্য অসমীয়াৰ 'অজলা' শব্দটো কামৰূপীত 'আজ্‌লা / আজালা' ৰূপত আৰু তিৱা ভাষাত 'আজালা' ৰূপে পোৱা যায়। তেনেকৈ চেপেটা' শব্দটো কামৰূপীত 'চেপ্‌তা' আৰু তিৱা ভাষাত চেপতা ৰূপে আছে।

৫২. টাই-আহোম ভাষাৰ পৰা অহা শব্দ কিছুমান হ'ল : খাং, ফাং 'মিছা কথা' ভু. ফাং-ফুং, ফাউ, লাং (লাং খাই পৰ্), পাঙ্, পিং, পুং জান (পানী বোৱা), জিন (নিস্তব্ধ), বুৰঞ্জী, কাৰেং ৰংঘৰ, ডোঙা, টুপ (ঘৰৰ), লিকচৌ, চকলং, জাপ্, পমু, ফুট (ধৰ্), থাপ্, হাই, চিপ (ফাঁচ), চুপ্ (চোহ্),

৫৭ মজুমদাৰ, ধীৰেন্দ্ৰ নাৰায়ণ : গাৰো-সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৭৪

৫৮ তিৱা শব্দ-সম্ভাৰ : অসম-সাহিত্য-সভা

৫৯ হাগজেৰ, নিৰুপমা : ডিমাছা

৬০ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব, ১৯৩৬

খুতৰা ( শাক ), চোক। বিষয়া বা উপাধি-বুজোৱা কিছুমান শব্দ আৰু আহোম-সকলৰ মাজত প্ৰচলিত সম্বন্ধবাচক কিছুমান শব্দ আহোম ভাষাৰ; যেনে, ফুকন, চাওডাং, মোহন, নিচাদেউ, এপাদেউ, এনাইদেউ, পুথাও, আথাও, আপুটি ইত্যাদি।[৬১] বিষয়া বা উপাধি-বুজোৱা আন শব্দ কিছুমান আহোম ভাষাৰ অনুবাদহিচাপে ব্যৱহাৰ কৰা দেখা যায়; যেনে, হাজৰিকা ( ৰু-বিঙ, ৰু-মুৰ, বিঙ-হাজাৰ ), শইকীয়া ( ৰু-পাক, পাক-শ ), বৰ উঁৰালী ( চাও-ফি, চাও-বৰ, ফি-উঁৰাল ), বৰুৱা ( ফু-কে, ফু-পুৰুষ, কে-বুঢ়া ), বৰবৰুৱা ( ফু-কে-লুঙ, লুঙ - বৰ ), স্বৰ্গদেও ( চাও-ফা, চাও-দেৱতা, ফা-স্বৰ্গ )।[৬২] অসমীয়াত সচৰাচৰ ব্যৱহাৰ হোৱা আৰু কিছুমান শব্দক আহোম ভাষাৰ অৱদানস্বৰূপে দেখুওৱা হৈছে।[৬৩] শব্দবোৰ এনেকুৱা: আফু, আউনি পাগৰ, কাকিনী ( তামোল ), কেক, থাপ ( থলপ ), খেদ্, খোবোং, চং ( ভাও ), জঁাই ( উঠ্ ), টোম, থাক থলপ', ঠন ( থৰ্ ), মাইহাং, বাইজাই লাগ্, চাংমাই, জেঙা জাঙ্‌ৰ ( থা ), টং ( কৰ ), টাং-টিঙালি, টাং-বাং, টাটবি 'মলি', টাপলি (মাৰ্), টিপ্ ( টিপা মাৰ্ ), টেৰ ( পা ), টোকোন, টোকোনা, থুনুপাক, দ'ম, পৈ, পম ( খেদ্ ), ফকাম ( ঘৰৰ চতিত ঠেকা দিয়া ভাং ), ফুকা ( জন্ম দি ), ফেঁহু ( পোৱালি জগাৰ পাছতে খীবোৱা গাখীৰ ), বিতং, বাপ, ৰিং, বিহু, লাংচিং, লাই ( প্ৰধান ), লিগিৰী, হিলৈ, হেংডান ইত্যাদি। আহোম ভাষাৰ পৰা অহা আন শব্দকেইবোৰ এনে ধৰণৰ: আ ( মেল্ ) তু. আ ( কৰ্ ), আকা ( অকা-জাতিৰ লোক ), উক্ (দি ), টুঙ্ 'হিঙ্', পুশিন আজো ককা', ফুট 'উতল', ফেট 'ডাঁজ', মাম 'ভাত', জাংফাই, ছা চাক্' তু. ঘৰ ছা, থুক্, থুঙ 'মোনা' তু. থোঙা, বণ্ 'শব্দ কৰ্' তু বণবণা, লিক্থা 'সৰু ল'ৰা-ছোৱালী' তু লিথা 'সৰু ওকণি', লপ্ 'লপলপা' লম্ 'ওলম্' তু. লমলমীয়া 'ওলমি থকা', চুত 'ওৰ' তু কাম চুতান 'অন্ত', হুক্ ফেকুৰ্, কাট্, কূট 'কপটীয়া', কাই বয়সত ডাঙৰজন', চুট 'চপৰা', তু গৰুৰ চুট, শিন ( যা ), আও 'সোণ-ৰূপ আদি পগা' তু আওটু। খামটি ভাষাত 'টি' মানে ঠাই, 'খাম' মানে সোণ। গতিকে খামটি শব্দৰ অৰ্থ হ'ল সোণৰ ঠাই বা সোণৰ ঠাইৰ লোক। এইলোকৰ পৰা অসমীয়ালৈ অহা শব্দবোৰ এনে ধৰণৰ: ফই 'ডাঙৰ বৰ্চী', ফাঁই ( খামটিত ফাই মানে জুই ),

---

৬১ গগৈ, লীলা: টাই-সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৮৫

৬২ ৰাজকুমাৰ, সৰ্বানন্দ: আহোম ভাষাত আহোম ৰজাদিনীয়া বিষয়া: অসম-সাহিত্য-সভা-পত্ৰিকা, দ্বাবিংশ বছৰ, প্ৰথম সংখ্যা

৬৩ বৰুৱা, বিমলাকান্ত: টাই ভাষা

ফাক ( দাৰ ), মান 'ব্ৰহ্মদেশৰ লোক', মিট ( দা ), টকৌ ( খামটি তংকৌ,) লাওপানী ( খামটি সকলৰ পানীয় দ্ৰব্য লাও ), বান বাটি ( খামটি ৱন )। টাই-আহোম ভাষাৰ পৰা স্থানৱাচক শব্দ কিছুমান পোৱা হৈছে। ডঃ কাকতিয়ে 'অসম' শব্দটোৰ মূল টাই 'ছাম' ধাতু বুলি যুক্তি আগ বঢ়াইছে। টি বা তি আগত থকা স্থানৱাচক শব্দ কিছুমানক আহোম ভাষাৰ বুলি ধৰা হয়, যেনে, টিয়ক, তিপাম, টিৰাপ, টিংখাং, টিপ্লিং। আন কিছুমান স্থানবাচক আহোম শব্দ হ'লঃ মাকুম, নাজিৰা, চৰাইদেউ চেপন টিছু টংলা, খোৱাং, নামনাতত্যালি ( নাননাততাৰি )।[৬৪] পাটকাই, খুমটাই, নামটি, নামৰুক, হাঙৰেং, চণ্টক, নামডাং, চাৰিং, নামতি আদি শব্দও আহোম ভাষাৰ। আহোম ভাষাত নদীৱাচক শব্দ হ'ল নাম', । আদি অংশত নাম' থকা নৈ কেইখনমান হ'লঃ নামদাং, নামচাং, নামৰূপ, নামজিন ইত্যাদি।

## জনজাতীয় ভাষালৈ অসমীয়া আৰু আন ভাষাৰ ৰৰঙণি

৫৩. অসম আৰু অসমৰ আশে-পাশে অৱস্থিত জনজাতীয় বা থলুৱা ভাষাবোৰলৈ অসমীয়া ভাষাৰো বৰঙণি নোহোৱা নহয়। প্ৰথমতে যদি বড়ো ভাষাৰ কথাকে চোৱা যায়, তেনেহ'লে দেখা যায় যে বড়ো ভাষাৰ বহুতো শব্দ অসমীয়া মান্য ভাষা, কামৰূপী, আৰু গোৱালপৰীয়া উপভাষাৰ শব্দকেতবোৰেৰে সৈতে একে বা প্ৰায় একে ৰূপৰ আৰু সেই শব্দবোৰৰ সংস্কৃত বা আন ভাষাৰ পৰা মূল নিৰ্ণয় কৰিব পাৰি। গতিকে সেই শব্দবোৰ অসমীয়া ভাষাৰ পৰাই বড়ো ভাষাত যে সোমাইছে তাক নিঃসন্দেহে ক'ব পাৰি। বড়ো ভাষাৰ কিছুমান শব্দৰ মূল সংস্কৃত শব্দ আৰু কিছুমান শব্দ মূল সংস্কৃত শব্দৰ বেছি ওচৰ চপা ( §১১৪, §১১৪.১ )। বড়ো ভাষাত প্ৰৱেশ কৰা অসমীয়া শব্দ কিছুমান এনে ধৰণৰ ঃ

| বড়ো | কামৰূপী | মান্য অসমীয়া |
|---|---|---|
| অথ্‌ৱাৰ | অথ্‌ৰ | ওথৰ ওঠৰ' |
| অঙ্‌খৰ | আখাৰ | আখৰ |
| আঙ্‌খাল | আকাল | আকাল |
| উৰা | উৰাহ | উৰহ |
| ওনায় 'শুন্‌' | অনা 'কাণ পাত্‌' | |
| খানা | কানা | কনা 'কণা' |
| খান্‌থাল | কাথাল / কথাল | কঁথাল 'কঁঠাল' |

৬৪ বৰুৱা, বিমলাকান্ত ঃ টাই ভাষা

| বড়ো | কামৰূপী | মান্য অসমীয়া |
|---|---|---|
| খাফাল | কাপাল / কপাল | কপাল |
| খুৰি | কুৰি | কুৰি 'বিশ' |
| খুলু | কুল | কুল |
| খুচেৰ / খুচিৰ | কুশেৰ (গোৱা), কুঁইহাৰ | কুঁহিয়াৰ |
| খোদাল | কদাল | কোৰ |
| গবৰ | গবাৰ | গোবৰ 'গোৱৰ' |
| গমৃথা | গমৃথা | গোমোথা 'গোমোঠা' |
| গায়খেৰ / গাখেৰ | গাখিৰ / গাখেৰ | গাখিৰ 'গাখীৰ' |
| গুৰ্খিয়া | গুইৰ্খা | গৰখিআ 'গৰখীয়া' |
| গোৰায় | ঘৰা | ঘোঁৰা |
| দেৱ | দেউ | দেও 'দেওবাৰ' |
| দোখোন | দকান | দোকান |
| দোন | ডুন | দোন 'দোণ' |
| নমিলা | নমেইলা | নুমলিআ 'নুমলীয়া' |
| নব | নউ | ন |
| পোথ্ৰি | পুখ্ৰি | পুখুৰি 'পুখুৰী' |
| বাখাৰ | বাখাৰ | বাখৰ |
| বাবাৱ | বাৰ | বাৰ |
| বিগ্নি | বিঘনি | বিখিনি |
| বিসৃথি | বিৰাচপোতি / বিৰাহপোতি | বৃহস্পতি |
| বুদ | বুধ | বুধ |
| ময়ৰা | মৈৰা | ম'ৰা |
| মোগোল | মণ্ডাল | মণ্ডল |
| ৰুপা | ৰুপা | ৰূপ, 'ৰূপ', (সোণ-ৰূপ) |
| লাণ্ড্থা | লাণ্ড্তা, লাণ্ডাত, লাথা | নাঙথ 'নাঙঠ', লথা 'লঠা' |
| চোকোৰ | চকাৰ | চকৰ |
| চোয় | চই | চই 'ছয়' |
| জহ্ৰা | জহ্ৰা | জহৰা |
| হাঙ্গাৰ | আঙাৰ | এ'ঙাৰ 'অঙাৰ' |

৫৪ কিছুমান শব্দ অসমীয়া ভাষাৰ পৰা বড়ো ভাষালৈ যাওঁতে অসমীয়া 'স' ধ্বনিটো 'খ' ধ্বনিলৈ ৰূপান্তৰিত হোৱা দেখা গৈছে। তলত সেইবোৰৰ কেইটামান উদাহৰণ দাঙি ধৰা হ'ল :

| বড়ো | অসমীয়া |
|---|---|
| খফনায় | সপোন দেখ্ |
| খমন্দিয়া | সম্বন্ধিয়া ( সম্বন্ধীয়া |
| খয়ন | সৈন্ন ( সৈন্য ) |
| খৰিল | সোৰিল, স'ৰিল ( শৰীৰ ) |
| খৰ্গ | সৰ্গ, চৰ্গ ( স্বৰ্গ ) |
| খাগৰ | সাগৰ |
| খাৰ | সাৰ |
| খাৰি | সাৰী ( শাৰী ) |
| খাচ্থি | সান্তি ( শান্তি ) |
| খুথুক | স'ভুক ( শত্রুক ) |
| খো | স (শ |
| খোথ্ৰায় | সত্ৰ, সোত্তৰ |
| খোদ্ | সদ, সোআদ ( সোৱাদ ) |
| খোদাগোৰ | সদাগৰ |
| খোম | সোম |
| খোমায় | সমাই, সমই ( সময় ) |
| খোল্লায় | সল্ল, সোল ( ষোল ) |
| খোহায় | সহাই ( সহায় ) |

৫৫. বড়ো শব্দ কিছুমান আৰবী, পাৰসী, তুৰ্কী, হিন্দী আদি ভাষাৰ পৰা লোৱা। উদাহৰণ :

আনজাদ 'ধাৰণা', পাৰ. অনদাজ

উৰমাল 'ৰুমাল', পাৰ. ৰুমাল

খাখদ 'কাকত', পাৰ. কাগজ

খেম্চি 'কেঁচী' তুৰ্কী, কেঞ্চী

খোবোৰ 'কবৰ', আৰ. কব্ৰ

থোখ্থা 'তক্তা', পাৰ. তখ্তা

থোফি 'টুপী', হি. টোপী
থোৰ্চি 'ভাত-খোৱা থাল', পাৰ. তশতৰী
দৰ 'মূল্য.' পাৰ. দৰ
দাগ 'দাগ', পাৰ দাগ
দিস্থা 'কাগজৰ দিস্তা', পাৰ. দস্তা
দোখোন 'দোকান', পাৰ. দূকান
ফোচোল 'ফচল', আৰ. ফসল
বিচানা বিছনা', হি. বিছৌনা
ময়দান 'পথাৰ', পাৰ. মৈদান
চচ্মা 'চছমা', পাৰ. চশমা
চাদৰ 'চাদৰ পাৰ. চাদৰ
জিনজিৰিঙ 'শিকলি', পাৰ. জঞ্জীৰ
হোজোম 'হজম', আৰ. হজম

৫৬ বড়ো ভাষাত ইংৰাজী শব্দ কিছুমানো সোমাই পৰিছে ; যেনে, ফাথলুঙ (ইং. পেণ্টালুন ), ফেনচোল (ইং. পেন্সিল ), বেনচি (ইং বেঞ্চ) ইত্যাদি। বড়ো ভাষাৰ আচাৰ, আনাক (আনাৰস), ফাত্ৰিৰি (পাদ্ৰিৰি), বায়নান (গেঞ্জি) আদি শব্দ পৰ্তুগীজ ভাষাৰ। বড়ো ভাষাত ধ্বন্যাত্মক শব্দ কিছুমানো আছে ; যেনে, দোব্দোফায় (দপদপা ), দোৰ্ফোৰায় (ধৰফৰা ) ফেৰ-ফেৰ (পেৰপেৰ ), ফোফায় (ফোপা ) ইত্যাদি।

৫৭ মিচিং ভাষাত অসমীয়া ভাষাৰ শব্দকেতবোৰে প্ৰৱেশ কৰিছে। সেই শব্দবোৰৰ কেতিয়াবা অসমীয়া ৰূপটোৰ কোনো পৰিৱৰ্তন ঘটা নাই আৰু কেতিয়াবা সামান্য ধ্বনিগত পৰিৱৰ্তন হৈছে। কেতিয়াবা অসমীয়া 'স' (শ স) বা 'হ' ধ্বনিটো নাইকিয়া হৈছে : কেতিয়াবা 'ভ' ধ্বনিৰ 'ব' ধ্বনিলৈ পৰিৱৰ্তন হৈছে। কিছুমান শব্দ সংস্কৃতৰ ওচৰ চপা। তলত দিয়া শব্দবোৰৰ পৰা কথাখিনি স্পষ্ট হ'ব :

| অসমীয়া | মিচিং |
|---|---|
| কাম. আক 'এক' | আক |
| ঈশ্বৰ | ইচৰ |
| কাছ তু. কাম কাচু | কাচু |
| কেৰাহি | কেৰাই |
| কেৰেলা | কেৰেলা |

| অসমীয়া | মিচিং |
|---|---|
| গুৱা 'তামোল' | গুয়ে |
| গাখীৰ | গাকুৰ |
| গোবৰ | গুবৰ |
| গোঁৱা | গুবে |
| চাকি | চাকি |
| চালনী | চালনি |
| জুঁঅ'লি 'ধুঁৱলি, ভু কাম জঙ্লি | জুঙলি |
| তুলসী | তুলকিঃ |
| তেঁতেলী | তেনতেলি |
| ধৰ্ম, ধৰম | দৰম |
| ধুনা | দুনা |
| ধূপ | দুপ |
| নাঙল | নাঙল |
| পল 'মাছ মৰা সঁজুলি' | পল |
| পিঠা | পিতা |
| ভকত | বকত |
| ভোমোৰা | বুমুৰাঙ |
| মইনা ( চৰাই ) | মইনা |
| মিতিৰ ( সং মিত্ৰ ) | মিতুৰ |
| মন্ত্ৰ ( সং মন্ত্ৰম্ ) | মনতুৰঙ |
| মাল্‌ভোগ | মালবুগ |
| যঁতৰ ( সং যন্ত্ৰ ) | জনতৰ |
| লখিমী | লকিমি |
| শগুন ( সং. শকুন ) | চগুন |
| শত্ৰু | অতুৰুঙ্ |
| শৰালী, শাৰালী | আৰালি |
| শালিকী | আলকি |
| শেন | এঃন |
| সপ্তাহ | অপ্তাঙ |

| কাম. মধ্য-অঞ্চল | | মঙলদৈ-অঞ্চল |
|---|---|---|
| | তপা ( তোম ) | তোপা |
| | চতাল | চোতাল |
| | পন্তা-ভাত | পোন্তা-ভাত |
| অআ : অঅ | কঠাল | কঠল ( কাম. প. অ কঠল ) |
| আ : এ : | আক | এক ( কাম. প. অ , মা অ. এক) |
| আআ : অআ : | ছাতা ( ছাতি ) | ছতা |
| | পাঠা | পঠা ( মা. অ. পঠা ) |
| | মালা | মলা |
| | খাদা | খদা |
| | মাখা | মখা ( মা. অ মখা ) |
| এ' : এ | গে'ল | গেল ( কাম. দ. অ গেল ) |
| জ : ঝ : | জাপি | ঝাপি ( কাম. দ. অ ঝাপি ) |
| | জকৃৰা-ভাত | ঝকৃৰা ভাত |
| মধ্য-স্বৰ-লোপ : মধ্য-স্বৰ-আগম : | | |
| | নিচ্‌লা ( মাছ ) | নিচিলা |
| | পিপ্‌ৰা | পিপিৰা |
| | কট্‌ৰী | কটেৰী |
| | কুম্‌ৰা | কুমুৰা |
| মধ্যবৰ্তী আ : অ : | উধান | উধন |
| | তপাত | তপত |

৮৫·২ ৰূপ-তত্ত্বৰ ক্ষেত্ৰত মঙলদৈ-অঞ্চলৰ ভাষা আৰু কামৰূপীৰ মধ্য-অঞ্চলৰ ভাষাৰ মাজত কিছুমান সাদৃশ্য আছে। উদাহৰণস্বৰূপে এই প্ৰত্যয়বোৰ দুয়ো অঞ্চলত একে : বহু-বচনৰ প্ৰত্যয়—হাত,—গিলা,– ঠে ; নিৰ্দিষ্টতাবাচক—খান,-খোৰ ; কৰণ-কাৰকৰ বিভক্তি—দি। দুয়ো অঞ্চলৰ কিছুমান পাৰ্থক্যও আছে ; যেনে,

| কাম. মধ্য-অঞ্চল | মঙলদৈ-অঞ্চল |
|---|---|
| নিলাক | নিলা |
| দিলাক | দিলা |
| খালাক | খালা |

| কাৰ মধ্য-অঞ্চল | মণ্ডলদৈ-অঞ্চল |
|---|---|
| পাৰাহ | পাৰ |
| কৰে | কৰেই |
| সুধে | সোধেই |
| ( তঁই ) যাহ | যা |
| ( তুমি ) খ | খা |

৮৫ ও মমণ্ডলদৈ-অঞ্চলৰ ভাষাৰ এটা বিশেষত্ব হৈছে তুচ্ছাৰ্থ আৰু মান্যাৰ্থৰ ক্ৰিয়া-বিভক্তিৰ ক্ষেত্ৰত পাৰ্থক্যহীনতা। এই অঞ্চলৰ ভাষাৰ বৰ্ণৰ বিভিন্নতা অনুযায়ী শব্দবোৰৰ ধ্বনিগত ভিন্নতা কিছু আছে। ব্যাস-পাৰাৰ 'ঠাৰ' বা গুপ্ত ভাষাটো এই অঞ্চলৰ ভাষাৰ এটা উল্লেখযোগ্য ভাষা *। ওপৰৰ আলোচনাৰ পৰা ক'ব পাৰি যে মণ্ডলদৈ-অঞ্চলৰ ভাষাত অসমীয়া ভাষাৰ কিছুমান স্থানীয় উপভাষাৰ সংমিশ্ৰণ ঘটিছে আৰু আন অঞ্চলৰ কিছুমান স্থানীয় আৰু সুকীয়া বৈশিষ্ট্য থকাৰ নিচিনা ইয়াতো কিছুমান সুকীয়া ৰূপ ৰক্ষিত হৈছে। গতিকে ইয়াক এটা সুকীয়া উপভাষা নুবুলি স্থানীয় উপভাষা বুলি ক'লেহে সমীচীন হ'ব।

## গোৱালপৰীয়া দেশী-উপভাষা

৮৬ অসমীয়া ভাষাৰ মূল আৰু বুৰঞ্জী বুজিবলৈ হ'লে অসমৰ অবিভক্ত কামৰূপ আৰু গোৱালপাৰা জিলাৰ কথিত ভাষাৰ অধ্যয়ন অপৰিহাৰ্য। ডঃ কাকতিয়ে অভিমত প্ৰকাশ কৰা অনুযায়ী "গোৱালপাৰা জিলাত কথিত ভাষাৰ লগত ৰাজবংশী উপভাষাৰ যথেষ্টৰূপে মিশ্ৰণ ঘটা যেন লাগে। এই ৰাজবংশী উপভাষাটো কোচবিহাৰৰ কোচ-ৰজাসকলৰ দিনত ক্ৰমবিকশিত হৈছিল।[৬৮] ডঃ বীৰেন্দ্ৰনাথ দত্তই গোৱালপৰীয়া উপভাষা সম্পৰ্কে দাঙি ধৰা বিজ্ঞানসম্মত চমু পৰিচয় এটাত[৬৯] গোৱালপৰীয়া উপভাষাক দুটা প্ৰধান আঞ্চলিক ৰূপত ভাগ কৰিছে। তাৰ এটা হ'ল পুব-অঞ্চলৰ ৰূপ আৰু আনটো পশ্চিম আৰু দক্ষিণ-পশ্চিম-অঞ্চলৰ ৰূপ। গ্ৰিয়াৰ্ছন চাহাবে এই ৰূপটোক ৰাজবংশী ভাষা বুলি কৈছে।[৭০] ডঃ দত্তই গোৱালপাৰাৰ লোকসকলে এই ভাষাটোক

---

* দ্ৰষ্টব্য: লেখকৰ ভাষা-বিজ্ঞান

৬৮ Kakati, B. A.F.D, 1941 § 34

৬৯ The Assam Academy Review No. 1, 1971

৭০ "The dialect of western and south western Goalpara is pure Rajbangshi".

'দেশী কথা' নাইবা গোৱালপৰীয়া ভাষা বুলিছে কয় বুলি উল্লেখ কৰিছে। গোৱালপাৰা-জিলাৰ স্থানীয় লোকসকলে ভাষাটোক 'দেশী-ভাষা' বুলি কোৱাহে শুনা যায়। "পূৰণি কামৰূপ-ৰাজ্যৰ পূৰণি কামৰূপী বা পূৰণি অসমীয়া ভাষাকেই পূৰণি কামৰূপ-ৰাজ্যৰ পশ্চিম-অঞ্চলৰ লোকে দেশী-ভাষা' বোলে।'[৭১] গোৱালপৰীয়া ভাষাটোক ৰাজবংশী' বোলাৰ বিশেষ যুক্তি নাই। গৌৰীপুৰ আৰু ইয়াৰ ওচৰ-পাজৰ-অঞ্চলত কোৱা ভাষাটোৱে গোৱালপৰীয়াৰ পশ্চিম-অঞ্চলৰ ৰূপৰ প্ৰতিনিধিত্ব কৰিছে। এইটোৱে 'দেশী-ভাষা'। এই স্থানীয় ৰূপটো অকল ৰাজবংশী সম্প্ৰদায়ৰ লোকসকলৰ মাজতে সীমাবদ্ধ নহয়, ই সকলো সম্প্ৰদায়ৰ লোকৰ কথিত ভাষা। এই ৰূপৰ প্ৰৱাহটোৱে গোৱালপাৰা-জিলাৰ আন আন অঞ্চলতো বিস্তৃতি লাভ কৰিছে আৰু বিভিন্ন অঞ্চলত সেই ৰূপৰ কিছু পৰিবৰ্তনে দেখা দিছে। (অবিভক্ত) গোৱালপাৰা-জিলাৰ পশ্চিমৰ পৰা পূবলৈকে এই ভাষাটোৱে গতি কৰি কামৰূপী উপভাষাৰে সৈতে মিলিছে।

৮৭ গোৱালপৰীয়া উপভাষাটোক দুটা ভাগত প্ৰধানকৈ ভাগ কৰিব পাৰি—পশ্চিমৰ গোৱালপৰীয়া আৰু পূবৰ গোৱালপৰীয়া। পশ্চিমৰ গোৱালপৰীয়াই ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়ো পাৰ জুৰি আছে। পূবৰ গোৱালপৰীয়াৰ ক্ষেত্ৰতো একে কথা। পূৱ-গোৱালপৰীয়া বিভাগটো ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বিলাসীপাৰাৰ পৰা আৰম্ভ কৰি বিজনীলৈকে আৰু দক্ষিণ-পাৰৰ লক্ষীপুৰৰ পৰা আৰম্ভ কৰি দুধনৈলৈকে বিয়পি আছে। পূৱ-গোৱালপৰীয়া আৰু পশ্চিম গোৱালপৰীয়া বিভাগ দুটাৰ প্ৰত্যেককে আকৌ দুটাকৈ ভাগত ভাগ কৰিব পাৰি। পশ্চিমৰ গোৱালপৰীয়াক পশ্চিম-পশ্চিমীয় আৰু পশ্চিমীয় আৰু পূৱ-গোৱালপৰীয়াক পশ্চিমপূৰ্বীয় আৰু পূৰ্বীয় বুলিব পাৰি। গোৱালপৰীয়াৰ পশ্চিমৰ বিভাগটো লক্ষীপুৰ, বিলাসীপাৰা, আৰু মুখী গাঁও-অঞ্চল-লৈকে বিস্তৃত। লক্ষীপুৰ, বিলাসীপাৰা, শালকোচা, চাপৰ, আৰু মুখী গাঁও-অঞ্চল পশ্চিম পূৰ্বীয় বিভাগৰ অন্তৰ্গত। বামুণীগাঁও, বজাইগাঁও, বিজনী, কৃষ্ণাই, আৰু দুধনৈ— অঞ্চল পূৰ্বীয় বিভাগৰ ভিতৰুৱা।

৮৮. পশ্চিম গোৱালপৰীয়া বা 'দেশী-ভাষা'টো এটা মহত্বপূৰ্ণ উপভাষা। কামৰূপী উপভাষা আৰু উত্তৰ-বঙ্গৰ ভাষাৰ লগতো ইয়াৰ নিবিড় সম্বন্ধ,[৭২] কাৰণ

৭১ শ্ৰীশুভানন্দ চক্ৰৱৰ্তী: গোৱালপাৰা-জিলাৰ সাহিত্য-চৰ্চা আৰু শিক্ষকগোষ্ঠীঃ স্মৃতি-গ্ৰন্থ, অ. সা. সভা, ধুবুৰী, ১৯৭২

৭২ দ্ৰষ্টব্য: উত্তৰ-বঙ্গ আৰু পশ্চিম-অসমৰ ভাষা

'প্ৰাচীন কামৰূপে কোচবিহাৰকে ধৰি সমগ্ৰ উত্তৰ বঙ্গ আৰু ৰংপুৰ আৰু জলপাইগুৰি জিলাকো সামৰি লৈছিল'। অসমীয়া প্ৰাক-বৈষ্ণৱ, বৈষ্ণৱ, অনা-বৈষ্ণৱ আদি সাহিত্যই এই ভাষাটোৰ প্ৰচুৰ চানেকি সামৰি থৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰকৃত অৰ্থ বুজিবলৈ হ'লে গোৱালপৰীয়া ভাষাৰ জ্ঞান অপৰিহাৰ্য। 'গোৱালপাৰাৰ পুৰণি বিৱৰণ' নামৰ প্ৰবন্ধত আনন্দচন্দ্ৰ আগৰৱালাই লেখিছে: "অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসত মহাৰাজা নৰনাৰায়ণৰ নাম চিৰকাল সোণালী আখৰেৰে জিলিকি থাকিব। তেওঁৰ ৰাজত্ব কালত ৰচা পুথিবিলাক আজিও আমাৰ সাহিত্য-ভঁৰালত ৰত্নৰ দৰে জিলিকি আছে। সেইবিলাক পুথিৰ ভাষাই প্ৰাচীন কামৰূপৰ ভাষা আৰু সেই ভাষাকে আমি এতিয়া অসমীয়া ভাষা বুজিছোঁ—ৰংপুৰ, জলপাইগুৰি আৰু কোচবিহাৰৰ মাতৃ-ভাষা প্ৰকৃততে কামৰূপীয়া বা অসমীয়া।"

৮৯ গোৱালপৰীয়া ভাষাৰ অধ্যয়নে অসমীয়া ভাষা সম্পৰ্কীয় বহুত নতুন কথাৰো সন্ধেদ দিছে আৰু অসমীয়া ভাষা সম্পৰ্কে দিয়া বহুতো মন্তব্যৰ সাল-সলনিৰো আৱশ্যক হৈ পৰিছে। সাধাৰণতে অসমীয়া ভাষাত তালব্য ধ্বনি, দন্ত্য-মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য আদি নাই বুলি কোৱা হয়। 'দেশী-ভাষাত' তালব্য চ, ছ, জ, ঝ, শ, মূৰ্ধন্য ট, ঠ, ড, ঢ়, ঢ; দন্তমূলীয় ত, থ, দ, ধ, ন, স আদি বিশিষ্ট-ধ্বনি। কামৰূপী আৰু মান্য ভাষাত বহুলৰূপে ব্যৱহাৰ হোৱা 'স' ধ্বনি 'দেশীভাষা'ত নাই। মাগধী প্ৰাকৃতৰ এটা বিশিষ্ট লক্ষণস্বৰূপে সংস্কৃতৰ শ, ষ, স-ধ্বনিৰ শ ধ্বনিলৈ পৰিবৰ্তনৰ কথা কোৱা হয়। মগধীয় ভাষা হিচাপে অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত ইয়াৰ চানেকি পোৱা নাযায়। গোৱালপৰীয়া ভাষাত হ'লে ইয়াৰ অনেক উদাহৰণ আছে; যেনে, শীত, মশক, মনুষ্য, মহিষ, হংস, সৰ্প, আদি শব্দ 'দেশী-ভাষা'ত ক্ৰমে শিত্, মশা, মানুশ, মানশি, ভৈশ, মৈশ, হাশ্, শাপ্ আদি হৈছে। গতিকে অসমীয়া ভাষাৰ আঁতি-গুৰিৰ সন্ধানত দেশী-ভাষা'ৰ ৰবগুণি চুই কৰিব নোৱাৰি। কোনো পুৰণি পুথিৰ পাঠ-উদ্ধাৰৰ ক্ষেত্ৰতো 'দেশী-ভাষা'ৰ ধ্বনি-তত্ত্বৰ কথা অৱহেলা কৰিলে নচলিব। আনহাতে অসমীয়া শব্দ কিছুমানৰ ইতিহাস আৰু আঁতি-গুৰিৰ উদ্ধাৰত 'দেশী-ভাষা'ই সহায় কৰিব পাৰে। অসমীয়া আঁঠু শব্দটোক ডঃ কাকতিয়ে অষ্ঠিবৎ শব্দৰ পৰা অহা বুলি দেখুৱাইছে। 'দেশীভাষা'ত আঁঠু বুজাবলৈ হাটু, হাটুআ, হাঠু আদি ৰূপ পোৱা যায়। হাঠুৰ পৰা আঠু, আঁঠু হোৱাটোহে বেছি সম্ভৱপৰ। কিছুমান গীত-পদ, সাধু-কথা আদিত পোৱা কিছুমান শব্দৰ অৰ্থ গোৱালপৰীয়া ভাষাৰ অধ্যয়নে স্পষ্ট কৰি তোলে। আমাৰ সাধু-কথাত এটা 'শাৰো' শব্দ আৰু তুলসীৰ মামত এটা

'চান' শব্দ পোৱা যায়। গোৱালপৰীয়া ভাষাত শাৰো মানে শালিকা চৰাই আৰু ঠাই এডোখৰক শুদ্ধ বা শুচি কৰিবলৈ ছটিওৱা গোবৰ-পানীৰ নাম 'সান'। আনন্দচন্দ্ৰ আগৰৱালাই বহু বছৰ আগতে এনে এটা মন্তব্য আগ বঢ়াইছিল: "নামনি-অসমত এনে কিছুমান শব্দৰ ব্যৱহাৰ আছে যিবিলাক উজনি-অসমত ব্যৱহৃত নহয়। আমাৰ মনেৰে গোটেই অসমৰ সাহিত্য-ৰাজ্যত পৰা যায় মানে সেইবিলাক শব্দৰ ব্যৱহাৰ হোৱা উচিত; যেনে উজনিৰ মানুহে পঙ্ক বা কৰ্দমক 'বোকা' বোলে। কামৰূপৰ মানুহে 'পেঁক' বোলে। গোৱালপাৰাৰ মানুহে কাদং' বোলে। এতিয়া বোকা, পেঁক' কাদং এই তিনিওটা শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ একো হানি নহয়। বৰঞ্চ তাৰ পৰা আমাৰ শব্দ সম্পদ বাঢ়িব।" ৭৩ 'দেশী-ভাষা'ৰ শব্দ-মালা, প্ৰৱাদ-বচন, সাঁথৰ আদি চালি-জাৰি চাই উপযুক্ত স্থানত ব্যৱহাৰ কৰিলে অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বঢ়াৰ উপৰিও "অসমীয়া ভাষাই গোৱালপাৰাৰ ওচৰচুবুৰীয়া উত্তৰপূৰ-বঙ্গৰ বাইজকো আঁকোৱালি ধৰি ৰাখিব পাৰিব আৰু সেয়ে হ'লেহে, পূৰণি কামৰূপ ৰাজ্যৰ মূল অংশই অসমক Home-land 'দেশ' হিচাপে পুনৰ আঁকোৱালি লব।" ৭৪। তলত গোৱালপৰীয়া 'দেশী-ভাষা'ৰ এটা বিৱৰণ দাঙি ধৰা হ'ল। বিৱৰণটোত 'দেশী-ভাষা'ৰ বিশিষ্ট-ধ্বনিৰ প্ৰয়োগহে দেখুওৱা হৈছে।

**৯০ ধ্বনি-তত্ত্ব:** 'দেশী-ভাষা'ত সাতোটা বিশিষ্ট স্বৰ-ধ্বনি আৰু উনত্ৰিশটা বিশিষ্ট ব্যঞ্জন-ধ্বনি আছে। স্বৰৰ অনুনাসিকতাও বিশিষ্ট-ধ্বনি। সেইবোৰক অসমীয়া আখৰেৰে এনেধৰণে বুজাব পাৰি: অ, আ, ই, উ, এ', এ, ও, ঁ; ক, খ, গ, ঘ, ঙ; চ, ছ, জ, ঝ,; ট, ঠ, ড, ঢ়, ঢ; ত, থ, দ, ধ, ন; প, ফ, ব, ভ, ম; ৰ, ল, শ, স, হ।

**৯০.১ বিশিষ্ট স্বৰ-ধ্বনিবোৰৰ উদাহৰণ:**

| | |
|---|---|
| /ই/ তিল | /অ/ তল |
| /এ/ তেলচোৰা 'পঁইতা-চোৰা' | /ও/ টোল |
| /এ'/ তে'ল/তেল | /উ/ তুল |
| /আ/ তাল | /ঁ/ পাও 'পা'; পাওঁ, 'পাওঁ' |

---

৭৩ আনন্দচন্দ্ৰ আগৰৱালা: গোৱালপাৰাৰ পূৰণি বিৱৰণ: আগৰৱালা গ্ৰন্থাৱলী; অ. সা. সভা

৭৪ শ্ৰীকালীন্দ্ৰ বাথ: গোৱালপাৰা জিলাত অসমীয়া ভাষা: স্মৃতি-গ্ৰন্থ: অ. সা. সভা, ধুবুৰী. ১৯৭১

**১০.২ বিশিষ্ট ব্যঞ্জন-ধ্বনিবোৰৰ উদাহৰণ ঃ**

/ক/ কাক্‌ৰা 'কেঁকোৰা'
/খ/ পাখ্‌ৰা 'পখৰা'
/গ/ গাস 'গছ'
/ঘ/ ঘাশ 'ঘাঁহ'
/চ/ চাটি 'চাকি'
/ছ/ ছাত্তি 'ছাত্তি'
/জ/ জাল 'জাল'
/ঝ/ 'ঝাল 'জলা'
/ট/ প্যাটা 'মৰাপাট'
/ঠ/ পাঠা 'পঠা'
/ড/ ডাল 'ডাল'
হডিড 'হাড়'
/ড়/ হাড়ি 'মাটিৰ ডাঙৰ পাত্ৰ'
/ঢ/ ঢাল 'ঢাল্'

/ত/ তাল 'তাল'
/থ/ থাল 'থাল'
/দ/ দুপৰ 'দুপৰীয়া'
/ধ/ ধুপ 'ধূপ'
/ন/ চান 'জোন', নাত্তি 'নাতি'
/ঙ/ চাঙ 'চাং'
/ম/ মাটি 'মাটি'
/প/ পাটা 'মৰাপাট'
/ফ/ ফাটা 'ফাট'
/ব/ বুৰা 'বুঢ়া'
/ভ/ ভুৰা 'ভুৰ'
/ৰ/ ৰঙ 'ৰং'
/ল/ লঙ 'লং'
/শ/ মাশ 'মাহ'
/স/ মাস 'মাছ'
সাত্তা 'ছাতি'
/হ/ হাত্তা 'কলৰ আধি'

**১১ ৰূপ-তত্ত্ব ঃ** 'দেশী-ভাষাৰ' ৰূপতত্ত্বমূলক বৈশিষ্ট্য কিছুমান তলত উল্লেখ কৰা হ'ল।

**(১) নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ**

-খান ঃ বোইখান 'বহীখন'
কাপোৰখান 'কাপোৰখন'
মালাখান 'মালাখাৰি'
-ঘৰ ঃ মানুশঘৰ 'মানুহঘৰ'
-চাকা ঃ আমচাকা 'আমচকল'
-ঝাক ঃ পোখিঝাক 'চৰাইজাক'
-ঝোপা ঃ ফুলঝোপা ''ফুলথোপা'
-টা ঃ মানুশটা 'মানুহটো'
হাত্তিটা 'হাতীটো'
মাসিটা 'মাখীটো'
গাসটা 'গছডাল'
ত্তিৰটা 'কাঁড়পাত'
কথাটা 'কথাষাৰ'
চাট্টিটা 'চাকিগছ'

-টুকৃৰা ঃ মাসটুকৃৰা 'মাছটুকুৰা'

-বোঝা ঃ খোৰিবোঝা 'খৰিবোজা'

-পাল ঃ পোখিপাল 'চৰাইজাক'

-মুঠা ঃ চাউলমুঠা 'চাউলমুঠি'

-শাজ ঃ ভাতশাজ 'ভাতসাজ'

-হাতা ঃ কলাহাতা 'কলআথি'

-হাল ঃ গোৰুহাল 'গৰুহাল'

(২) বহু-বচনৰ প্ৰত্যয় ঃ

-গুলান/-গুলা ঃ মানশিগুলান/গুলা 'মানুহবোৰ', চেঙ্‌ৰাগুলান/গুলা 'ল'ৰাবোৰ', মাগুলান/গুলা 'মাহঁত' তু. কাম. মানুহগিলান/গিলা।

(৩) পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ

'দেশী-ভাষা'ত ইয়াৰ ব্যৱহাৰ পোৱা নাযায়; যেনে, মোৰ মা 'মোৰ মা'; তোৰ মা 'তোৰ মাৰ, তোমাৰ মাৰা'; উআৰ মা 'তাৰ মাক'; উমাৰ মা 'সিহঁতৰ মাক'।

(৪) লিংগ-পৰিবৰ্তন ঃ

(ক) কোনো শব্দৰ আগত মতা বা মাইকী-বুজোৱা শব্দ ব্যৱহাৰ কৰি; যেনে, মাত্ৰা কাউআ 'মতা কাউৰী', মাত্ৰি কাউআ, 'মাইকী কাউৰী'; মাত্ৰা কোইতৰ 'মতা পাৰ', মাত্ৰি কোইতৰ 'মাইকী পাৰ'।

(খ) প্ৰত্যয় সংযোগ কৰি ঃ আকাৰন্ত শব্দৰ -আৰ ঠাইত-ই বহুৱাই নাইবা ই আৰু নি প্ৰত্যয়ৰ সংযোগৰ দ্বাৰা। উদাহৰণ ঃ

আজ্‌লা 'অজলা'; আজ্‌লি 'আজলী'
কানা 'কণা'; কানি 'কাণী'
ঘোড়া 'ঘোঁৰা'; ঘুড়ি 'ঘুঁৰী'
চে'ঙ্‌ৰা 'লৰা'; চেঙ্‌ৰি 'ছোৱালী'
টশা 'কলা'; টৌশি 'কালৰী'
পাড়া 'মতা ম'হ'; পাড়ি 'মাইকী ম'হ'
পাইৰা 'মতা পাৰ'; পাইৰি 'মাইকী পাৰ'
পাগ্‌লা 'পগলা'; পাগ্‌লি 'পাগলী'
পিশা 'পেহা'; পিশি 'পেহী'
বগা 'বগা'; বোগি 'বগী'
বামন 'বামুণ'; বামনি 'বামুণী'
বেটা 'পো'; বেটি 'জী'

বোকা 'মতা পাৰ'; বুকি 'মাইকী পাৰ'
বোন্দা 'বোন্দা'; বুন্দি 'বুন্দী'
ভোটা 'মতা কুকুৰ'; ভুটি 'মাইকী কুকুৰ'
মাত্ৰা 'মতা'; মাত্ৰি 'মাইকী'
মাকুন্দা 'মতা হাতী'; মাকুন্দি 'মাইকী হাতী'
মাম৷ 'মামা'; মামি 'মামী'
মাউশা 'মহা'; মাশি 'মাহী'
শখা 'সখি'; শোখি 'সখী'
শশুৰ 'শহুৰ'; শশুৰি 'শাহু'
শিআল/শিএল 'শিয়াল'; শিএলি 'শিয়ালী'
হাশা 'মতা হাঁহ'; হাশি 'মাইকী হাঁহ'

(অকল স্ত্ৰীবাচক শব্দ: চান্‌ডানি 'ঘৰে ঘৰে মাছ বেচা তিৰোতা' ঃ আটকুৰা 'বাঁজী')।

নাউআ 'নাপিত'; নাউআনি 'নাপিতনী'
ধোবা 'ধোবা'; ধোবানি 'ধুবুনী'
বাগ 'বাঘ'; বাগিনি 'বাঘিনী'
চোৰ 'চোৰ'; চোৰ্‌নি, চুম্নি 'চুৰুণী'
ভুত 'ভূত'; ভুত্‌নি 'ভূতুনী'
নাভি 'নাতি'; নাত্‌নি 'নাতিনী'
ঠাকুৰ 'মূৰ্তি'; ঠাকুৰানি 'বসন্ত-দেৱী'

(গ) ভিন্ন শব্দৰ প্ৰয়োগৰ দ্বাৰা ঃ

জুআন 'ডেকা'; গাবুৰ 'গাভৰু'
বৰ 'দৰা'; কোইনা 'কইনা'
বলদ 'বলধ'; গাই 'গাই'
দাম্‌ৰা 'দমৰা'; বকন 'কাড়লী'

(৫) কাৰক আৰু শব্দ-বিভক্তি ঃ 'দেশী-ভাষা'টোত কাৰক বুজাবলৈ কিছুমান শব্দ-বিভক্তি যোগ কৰা হয় আৰু কোনো কোনো ক্ষেত্ৰত কৰ্ম-কাৰক আৰু সম্বন্ধ-পদৰ শব্দ-বিভক্তিৰ পাছত কিছুমান পৰ-সৰ্গ ব্যৱহাৰ কৰা হয়। কেতিয়াবা কোনো শব্দ-বিভক্তি লগ নালাগে। কেতিয়াবা অকল পৰ-সৰ্গৰ ব্যৱহাৰৰ দ্বাৰাও কাৰকৰ বোধ জন্মোৱা হয়; যেনে, হাত দিআ 'হাতেৰে', মুখ দিআ 'মুখেৰে', নাক দিআ 'নাকেৰে' ইত্যাদি। শব্দ-বিভক্তি মাত্ৰ চাৰিটা: প্ৰথমা—এ, দ্বিতীয়া—ক ষষ্ঠী-ৰ, আৰু সপ্তমীত-ত। অসমীয়া মান্যভাষা বা কামৰূপী উপভাষাৰ নিচিনা 'দেশী-ভাষা'ত অধিকৰণ-কাৰকৰ ব্যৱহাৰ একে নহয়। 'সাপত বিশ্বাস নাই' কথাষাৰি 'দেশী-ভাষা'ত 'শাপেৰ বিস্‌সাস নাই' হ'বগৈ। সৰ্বনাম আৰু আন কিছুমান শব্দত অধিকৰণ-কাৰকৰ ৰূপ পোৱা নাযায়। তলত দুটা শব্দৰ ৰূপ দিয়া হ'ল ঃ

| | মান্‌শি 'মানুহ' | |
|---|---|---|
| কৰ্ত্তা | মান্‌শি, মান্‌শি-এ খাই | 'মানুহে খায়' |
| কৰ্ম্ম | মান্‌শি, মান্‌শি-ক খাই | 'মানুহক খায়' |
| কৰণ | মান্‌শি-ৰ দাৰা/ | 'মানুহৰ দ্বাৰা' |
| | মান্‌শি-ক দিআ | মানুহেৰে |
| নিমিত্ত | মান্‌শি-ৰ জোইয়ে | 'মানুহলৈ' |
| অপাদান | মান্‌শি-ৰ থাকি | 'মানুহৰ পৰা' |
| সম্বন্ধ-পদ | মান্‌শি-ৰ | 'মানুহৰ' |

| | মাস্ 'মাছ' | |
|---|---|---|
| কৰ্ত্তা | মাস্-এ, মাসে খাই | 'মাছে খায়' |
| কৰ্ম | মাস-ক খাই | 'মাছক খায়' |
| কৰণ | মাস-ক দিআ | 'মাছেৰে' |
| নিমিত্ত | মাসে-ৰ জোইয়ে | 'মাছলৈ |
| অপাদান | মাসে-ৰ থাকি | 'মাছৰ পৰা |
| সম্বন্ধ-পদ | মাসে-ৰ | 'মাছৰ' |
| অধিকৰণ | মাস-ত | 'মাছত' |

(৬) সৰ্বনামৰ তালিকা :

| (ক) পুৰুষবাচক : | | তিৰ্যক-ৰূপ |
|---|---|---|
| ১ম পুৰুষ এক-বচন | মুই 'মই' | মো- |
| বহু-বচন | আম্‌ৰা 'আমি' | আমা- |
| ২য় পুৰুষ এক-বচন | তুই 'তই, তুমি', | তো- |
| | তোম্‌ৰা 'আপুনি' | তোম্‌ৰা- |
| বহু-বচন | তুম্‌ৰা 'তহঁত, তোমালোক' | তুমা- |
| | তোম্‌ৰাগুলা 'আপোনা-লোক' | তোম্‌ৰাগুলা- |
| ৩য় পুৰুষ এক-বচন | উআই 'সি, তাই, তেওঁ, তেখেত' | উআ- |
| বহু-বচন | উম্‌ৰা 'সিহঁত তেওঁ-লোক, তেখেতসকল' | উমা- |

| | | |
|---|---|---|
| **(খ) নিশ্চয়বাচক :** | | **তির্যক-রূপ** |
| এক. | ইএ'ই, এই' | ইআ- |
| বহু. | ইমূৰা ইইত' | ইমা- |
| এক | এইটা 'এইটো' | এইটা- |
| বহু. | এইগুলা 'এইবোৰ' | এইগুলা- |
| এক | ইমূৰা 'এওঁ, এখেত' | ইমা- |
| বহু. | ইমূৰাগুলা' 'এওঁলোক, এখেতসকল' | ইমূৰাগুলা- |
| এক | ঐটা/ওটা 'সেইটো' | ঐটা/ওটা- |
| বহু. | ঐগুলা/ওগুলা' 'সেইবোৰ' | ঐগুলা/ওগুলা- |
| **(গ) সম্বন্ধবাচক :** | | |
| এক | জা/জে 'যি,যিহ' | জা- |
| বহু | জেগুলা 'যিসকল, যিবোৰ' | জেগুলা- |
| **(ঘ) প্রশ্নবাচক :** | | |
| এক | কাই 'কোন' | কা- |
| বহু. | কাই কাই 'কোন কোন' | কা-কা |
| | কুনগুলা 'কোনবোৰ' | কুনগুলা- |
| এক. | কি 'কি' | |
| বহু. | কি কি 'কি কি' | |
| **(ঙ) অনির্দিষ্টতাবাচক :** | | |
| এক. | কাও 'কোনো' | |
| বহু. | কাও কাও 'কোনো কোনো' | |
| এক. | কাইবা 'কোনোবা' | |
| বহু. | কাইবা কাইবা 'কোনোবা কোনোবা' | |
| এক. | কাইও 'কেও' | |
| | কিসু 'একো, কিছু' | |

(চ) নিজবাচক ঃ

| | |
|---|---|
| এক. | নিজ 'নিজ' |
| বহু | নিজ নিজ 'নিজ নিজ' |

(ছ) সর্বনামবোৰৰ তলতদিয়াধৰণে সম্বন্ধ-পদ আৰু কাৰকৰ ৰূপ কৰিব পাৰি ঃ

| মুই 'মই' | এক-বচন | বহু বচন |
|---|---|---|
| কর্তা | মুই | আমৰা |
| কর্ম | মো-ক | আমা-ক |
| কৰণ | মো-ৰ দাৰা<br>মো-ক দিআ | আমা-ৰ দাৰা/<br>আমা-ক দিআ |
| নিমিত্ত | মো-ৰ বাদে/জোইয়ে | আমা-ৰ বাদে/<br>জোইয়ে |
| অপাদান | মো-ৰ থাকি | আমা-ৰ থাকি |
| সম্বন্ধ-পদ | মো-ৰ | আমা ৰ |

(৭) ক্রিয়া-ৰূপ ঃ দেশী ভাষাত বিভিন্ন পুৰুষ, কাল, আৰু ভাৱ অনুযায়ী ক্রিয়া-ৰূপৰ পৰিবর্তন হয়। কোনো কোনো ক্ষেত্রত বচন অনুযায়ী হোৱা ক্রিয়া-ৰূপবোৰৰ পৰিবর্তন অসমীয়া ভাষাৰ পিনৰ পৰা নতুন কথা। তলৰ তালিকাই কথাখিনি স্পষ্ট কৰিব ঃ

খা

(ক) বর্তমান-কাল ( নির্দেশক ভাৱ ) ঃ

১ম পু. মুই খাও ; আমৰা খাও/খাই

২য় পু. তুই খাইশ, তুমৰা খান/খাও
তোমৰা খান ; তোমৰাগুলা খান

৩য় পু. উআই খাই ; উমৰা খাই

( অনুজ্ঞা ভাৱ )

২য় পু. তুই খা ; তুমৰা খা
তোমৰা খান ; তোমৰাগুলা খান

৩য় পু. উআই খাউক ; উমৰা খাউক

(খ) ভূত-কাল :

১ম মুই খালুঙ/খাইলুঙ/খাইলঙ ; আমৰা খালুঙ/খাইলুঙ/খাইলঙ
২য় তুই খালু/খাইলি ; তুমৰা খাইলেন
তোমৰা খাইলেন ; তোমৰাগুলা খাইলেন
৩য় উআই খাইল/খাইলেক ; উমৰা খাইল/খাইলেক

(গ) ভবিষ্যত-কাল :

১ম মুই খাইম, আমৰা খাইম
২য় তুই খাবু/খাবি, তুমৰা খাইবেন
তোমৰা খাইবেন, তোমৰাগুলা খাইবেন
৩য় উআই খাইবে, উমৰা খাইবে

(ঘ) পূর্ণ বর্তমান-কাল :

১ম মুই খাইসুঙ/খাইসঙ , আমৰা খাইসি/খাসি
২য় তুই খাইসিশ/খাসিশ , তুমৰা খাইসিশ/খাসিশ/খাইসেন
তোমৰা খাইসেন , তোমৰাগুলা খাইসেন
৩য় উআই খাইসে , উমৰা খাইসে

(ঙ) পূর্ণ ভূত-কাল :
১ম মুই খাইসিলুঙ ; আমৰা খাইসিলুঙ
২য় তুই খাইসিলু , তুমৰা খাইসিলেন
তোমৰা খাইসিলেন ; তোমৰাগুলা খাইসিলেন
৩য় উআই খাইসিল , উমৰা খাইসিল

ক

(ক) বর্তমান-কাল ( নির্দেশক ভাব )
১ম পু. মুই কঙ ; আম্‌ৰা কোই
২য় পু. তুই কোইশ ; তুমৰা কন/কোইশ
তোমৰা কন ; তোমৰাগুলা কন
৩য় পু. উআই কই ; উমৰা কই
( অনুজ্ঞা-ভাব ) :
২য় পু. তুই ক ; তুমৰা ক
তোমৰা কন ; তোমৰাগুলা কন
৩য় পু. উআই কোউক ; উমৰা কোউক

(খ) ভূত-কাল :

১ম মুই কোইলুঙ ; আমৰা কোইলঙ

২য় তুই কোইলি ; তুমৰা কোইলেন

তোমৰা কোইলেন ; তোমৰাগুলা কোইলেন

৩য় উআই কোইল ; উমৰা কোইল

(গ) ভৱিষ্যত-কাল :

১ম মুই কোইম ; আমৰা কোইম

২য় তুই কোবু ; তুমৰা কোইবেন

তোমৰা কোইবেন , তোমৰাগুলা কোইবেন

৩য় উআই কোইবে ; উমৰা কোইবে

দে

(ক) বৰ্তমান-কাল (নিৰ্দেশক ভাৱ) :

১ম পু মুই দেঙ ; আমৰা দেই

২য় পু তুই দিশ ; তুমৰা দেন

তোমৰা দেন ; তোমৰাগুলা দেন

৩য় পু উআই দেই ; উমৰা দেই

( অনুজ্ঞা-ভাৱ ) :

২য় পু তুই দে ; তুমৰা দে

তোমৰা দেন ; তোমৰাগুলা দেন

৩য় পু. উআই দেউক ; উমৰা দেউক

(খ ভূত-কাল :

১ম মুই দিলুঙ ; আমৰা দিলুঙ/দিলঙ

২য় তুই দিলু ; তুমৰা দিলেন

তোমৰা দিলেন ; তোমৰাগুলা দিলেন

৩য় উআই দিল ; উমৰা দিল

(গ) ভৱিষ্যত-কাল :

১ম মুই দিম ; আমৰা দিম

২য় তুই দিবু/দিবি ; তুমৰা দিবেন

তোমৰা দিবেন ; তোমৰাগুলা দিবেন

৩য় উআই দিবে ; উমৰা দিবে

ধু

(ক) বর্তমান-কাল ( নির্দেশক ভাব ) :

১ম পু. মুই ধুঙ ; আমরা ধুই

২য় পু. তুই ধুইশ ; তুমরা ধোন

তোমরা ধোন ; তোমরাগুলা ধোন

৩য় পু. উআই ধোএ ; উমরা ধোএ

( অনুজ্ঞা-ভাব ) :

২য় পু. তুই ধু ; তুমরা ধু

তোমরা ধোন ; তোমরাগুলা ধোন

৩য় পু. উআই ধোউক ; উমরা ধোউক

(খ) ভূত-কাল :

১ম মুই ধুলুঙ / ধুইলঙ ; আমরা ধুলুঙ / ধুইলঙ

২য় তুই ধুইলি ; তুমরা ধুইলেন

তোমরা ধুইলেন ; তোমাবাগুলা ধুইলেন

৩য় উআই ধুইল ; উমরা ধুইল

(গ) ভবিষ্যত-কাল :

১ম মুই ধুইম ; আমরা ধুইম

২য় তুই ধুবু ; তুমরা ধুইবেন

তোমরা ধুইবেন ; তোমরাগুলা ধুইবেন

৩য় উআই ধুইবে ; উমরা ধুইবে

শুন্

(ক) বর্তমান-কাল ( নির্দেশক ভাব ) :

১ম পু. মুই শুনুঙ ; আমরা শুনি

২য় পু তুই শুনিশ ; তুমরা শোনেন

তোমরা শোনেন ; তোমরাগুলা শোনেন

৩য় পু. উআই শোনে ; উমরা শোনে

( অনুজ্ঞা-ভাব ) :

২য় পু. তুই শুন ; তুমরা শুন

তোমরা শোনেন ; তোমরাগুলা শোনেন

৩য় পু. উআই শুনুক ; উমরা শুনুক

(খ) ভূত-কাল ঃ

১ম মুই শুনলুঙ ; আমৰা শুনলুঙ

২য় তুই শুনলি ; তুমৰা শুনলেন

তোমৰা শুনলেন ; তোমৰাগুলা শুনলেন

৩য় উআই শুনিল ; উমৰা শুনিল

(গ) ভৱিষ্যত-কাল ঃ

১ম মুই শুনিম ; আমৰা শুনিম

২য় তুই শুনবু / শুনবি ; তুমৰা শুনবেন

তোমৰা শুনবেন ; তোমৰাগুলা শুনবেন

৩য় উআই শুনবে ; উমৰা শুনবে

(৮) ক্ৰিয়াৰ ন্যাস্ত্যৰ্থক ৰূপ ঃ

হুই 'হয়', নাহুই 'নহয়'।

পাঙ 'পাৰোঁ ; নাপাঙ 'নোৱাৰোঁ'।

লাগে 'লাগে' ; নালাগে 'নালাগে'।

নাশুনুঙ 'নুশুনো', নাদেখুঙ 'নেদেখোঁ'।

(৯) তুমুনন্ত ক্ৰিয়া-ৰূপ ঃ

খাবাৰ 'খাবলৈ', কবাৰ 'ক'বলৈ', নিবাৰ 'নিবলৈ', শুনিৰ 'শুনিবলৈ', পোৰিব 'পঢ়িবলৈ', দেখিব 'চাবলৈ'। (শালকোছা-অঞ্চলত খাবা, দেখিবা আদি ৰূপ পোৱা যায়)।

(১০) ভৱিষ্যৎবাচক কৃদন্ত ঃ কৰাৰ মতন 'কৰিবলগীয়া', কওআৰ মতন 'ক'বলগীয়া' খাওআ খাই 'খাব লাগে', পৰা খাই 'পঢ়িব লাগে'। (শালকোছা-অঞ্চলত কোৰিবা লাগা, কবা লাগা ; খাবা লাগে, পোৰিবা লাগে)।

(১১) ভূতকালিক কৃদন্ত ঃ কওআ 'কোৱা', খাওআ 'খোৱা', জাওআ 'যোৱা', কৰা 'কৰা' ইত্যাদি।

(১২) অসমাপিকা ক্ৰিয়া ৰূপ ঃ খাইআ, 'খাই', শুনিআ 'শুনি', দেখিআ 'দেখি', থুইআ 'থৈ', উঠিআ 'উঠি', বোশিআ 'বহি', হাশিআ 'হাঁহি', কোইলে 'ক'লে', আশিলে, আইশলে, 'আহিলে', গেইলে, গেলে 'গ'লে' ইত্যাদি।

৯২ শব্দ-মালা ঃ 'দেশী-ভাষা'ত সচৰাচৰ ব্যৱহাৰ হোৱা শব্দ কিছুমান তলত উল্লেখ কৰা হ'ল।*

* ইয়াত বিভিন্ন অঞ্চলৰ পৰা লোৱা শব্দ সামৰা হৈছে।

(ক) জীব-জন্তু :

কাসুআ 'কেঁচুৱা'
কুকুৰ 'কুকুৰ'
গঁইডাবি 'অজগৰ'
গাই 'গাই'
গোৰু 'গৰু'
গে'ড়া 'গড়'
ঘোড়া 'ঘোঁৰা'
চে'ঙ্‌ৰা 'ল'ৰা'
চেঙ্‌ৰি ছোৱালী'
নাৰিআ 'শিং নোহোৱা গৰু'
পাড়া 'মতা ম'হ'
পাড়ি 'মাইকী ম'হ'
বাগ 'বাঘ'
বিলাই/বিলেই 'মেকুৰী'
বে'টা সাউআ 'মতা মানুহ'
বেটি সাউআ 'মাইকী মানুহ'
ভেড়া 'ভেড়া-ছাগলী'
ভৈঁশ/মৈশ 'ম'হ'
মানুশ/মানৃশি 'মানুহ'
মে'না 'শিংলৰা গৰু'
শাড়/ৰিশ 'ষাঁড়'
শিআল/শিএল 'শিয়াল'
শিআন 'আদহীয়া মানুহ'
শুআৰ/শুঅৰ 'গাহৰি'
শেশা 'শহা-পহু'
সাগল 'ছাগলী'
সেদা/শজাক 'কেটেলা-পহু'

(খ) চৰাই-চিৰিকটি, পোক-পৰুৱা :

আটাই/আটৈ 'চিকৰা'

ইন্দুৰ/এন্দুৰ/ 'এন্দুৰ'
উকুন/উকৃনি 'ওকণি'
উৰি 'উঁই-পকৰা'
ওবোশ 'উৰহ'
কাউআ 'কাউৰী'
কাক্ৰা 'কেঁকোৰা' ; তু. কাম. কাকৃৰা
কোইতৰ 'পাৰ-চৰাই'
কোনা বে'ঙ/ কোট্ৰা বে'ঙ 'চুক-ভেকুলী'
খিৰকিতি 'তেজপিয়া'
ঘুগু 'কপৌ-চৰাই'
ঘুগুৰি 'কুমটী'
চৰাই 'কুকুৰা'
চামচিকা/চামচিল্কা 'সক বাদুলী'
চিকা 'চিকা'
জেঠি 'জেঠী'
টিআ 'ভাটৌ'
টিপটিপলাই 'ধুপুনী-চৰাই'
ডাপকি/ডাউকি/ডাউক 'ডাউক'
ডাশ 'ডাঁহ'
ঢৰেআ 'নিগনি' ( ডাঙৰ বিধ )
তু. কাম. ধৈৰা
ঢোলা বে'ঙ 'বামুণ-ভেকোলা'
তেলচোৰা/তেলমু 'পঁইতা-চোৰা'
দৈঅল 'দহিকতৰা'
নেউল 'কেৰ্কেটুৰা'
পোখি/পাখি 'চৰাই'
পোকা 'পোক', তু. কাম. পকা
পিপ্ৰা 'পৰুৱা', তু. কাম. পিপ্ৰা
প্ৰজাপোতি 'পখিলা'
বগা 'বগলী'

বাইভান/শলেআ 'নিগনি', তু কাম দালসৈলা
বাঔ গুৱা-টোকোৰা'
বাত্ৰ 'বাত্তলী'
বামনেৰ বাসুআ 'চাতক'
বিজি 'নেউল'
বে'ঙ 'ভেঁকুলী'
মশা 'মহ'
মাসি 'মাখী'
মাকৃৰা 'মকৰা', তু. কাম মাক্ৰা
শাপ 'সাপ'
শাৰো 'শালিকা'
শুঙাৰ / আসা 'বিছা'
সেকা 'এবিধ শালিকাৰ নিচিনা চৰাই'
হাড়গিলা 'বৰটোকোলা'
হাশ 'হাঁহ'
হুদুম 'হুদু'

(গ) গছ-গছনি, ফল-মূল, শাক-পাচলি :
আতাফল 'আতলচ'; তু. কাম. আতেফল
আমৃৰা 'অমৰা'; তু. কাম আমৃৰা
আমৃশি 'আমৰ গুঁঠ'
কলা 'কল'
কসাল 'শিলিখা'
কাঠাল / কাঠোল 'কঁঠাল', তু. কাম. কাঠাল, কঠাল
কামৃৰাঙা 'কৰ্দৈ'
কুমৃৰা 'কোমোৰা' তু. কাম. কুমৃৰা
কুশাৰি / কুশে'ৰ 'কুঁহিয়াৰ'
কোশটা 'মৰাপাট'
গাপ 'কেন্দু-গছৰ ফল'
গাস 'গছ'
গুৱা 'তামোল'

গেন্দু 'কেন্দু-গছ'

জলপাই 'জলফাই', তু. কাম. জল্‌পে

জোমুৰা / জোম্বুৰা / জোউমৃৰা 'ৰবাব-টেঙা'

ঝিঙা 'জিকা'

ঠোৰ / মোকোস / মোচা 'কল-ডিল'

ঢেৰি / ঢেৰস 'ভেন্দী'

ঢকুনা 'ঢকুৰা' তু কাম. ধোকৃনা

ঢোঙল 'কলৰ দোনা'

তুলিআ 'গোল-নেমু'; তু. কাম. তুইল্লা-টেঙা

তোৰমূল 'অমিতা'

দুবা 'দূবৰী' তু কাম. দুবা

নাগেশ্‌শৰ 'নাহৰ'; তু. কাম. নাগেচ্চৰ

পাকৃৰি 'পাকৰী-গছ'; তু. কাম. পাক্‌ৰি

পাটা 'মৰাপাট'

পান 'পাণ'

পাসখোল 'ঔ-টেঙা'

পিৰ 'কলৰ থোক'

পোৰ 'বাঁহৰ পাব'

বট 'বট'

বাইগন 'বেঙেনা'

বাধা 'তামোলৰ থোক'

বাশ 'বাঁহ'

মকস 'জলকীয়া'

মাদাৰ 'মদাৰ'; তু. কাম. মাদাৰ

মিঠা কুমৃৰা / মিট্ট কুমৃৰা 'ৰঙা লাও'

মোধুফল 'অমিতা'

শন্তৰা / কমৃলা 'কমলা-টেঙা'; তু. কাম.
সন্‌ত্‌ৰা / কমৃলা

শাক 'শাক'

শিমৃলা / শিমূল 'শিমলু'

শুপ্‌ৰি / শুপাৰি 'মধুৰী-আম ; তু. কাম সোইক্‌ৰাম
শে'মাশ 'ভিৰ্‌হ'
শোনালু 'সোণাক' ; তু কাম. সমোলু
সোভোৰ 'কল-চেঁচনি'
হাভা 'কলৰ আখি'

(ঘ) মাছ-কাছ :
আইৰ 'আৰী'
ইস্‌লা-মাস 'মিছা-মাছ' ; তু. কাম নিছ্‌লা
কাত্‌লা /কাতল. 'ভকুৱা'
কৈ 'কাৱৈ'
খাটা 'কোকিলা'
গভা 'ডুৰী, ভোৰা'
গৰাই 'গৰৈ' ; তু. কাম. গৰে
চে'ৰাই 'গেদগেদী'
পানিমাস 'কাছ'
পুঁইআ 'বটিয়া-মাছ'
ফৈলা 'কান্দুলী'
মাস 'মাছ'
ৰুই 'ৰৌ'
শৈল/শোল 'শোল'

(ঙ) অঙ্গ-প্ৰত্যঙ্গ :
কোৰৰ 'কঁকাল'
গলা 'ডিঙি' ; তু. কাম. গল
চাপা 'দাঁতৰ পাৰি'
চাল 'ছাল'
চোক 'ঊক'
চোক 'চকু'
ঠৈ'ঙ 'ভৰি'
ডিআলি 'ভৰিৰ কলাফুল'
দুম্বুৰি/ঢোম্পোৰ 'কণ্ঠ'

থোট/ওট 'ওঁঠ'
নাটা/লাটা চকুৰ মণি'
নোঙল 'আঙ্‌লি'
পাথোৰি/পাথোৰ 'নখ'
মাথা 'মূৰ'
মাড়ি 'দাঁতৰ আলু'
লোম 'নোম'; তু কাম লুম
হাত 'হাত'
হাটু/হাটুআ/হাটু 'আঁঠু'
হোন্দালি 'থুঁতৰি'

(চ) সম্বন্ধবাচক শব্দ :
আজু/আজা 'মাৰ দেউতা'; তু. কাম আজা
আবো 'মাৰ মা'; তু. কাম. আবু
কাকা 'খুৰা'
দাদা 'ককাই'
দিদি 'বাইদেউ'
পিশা 'পেহা'
পিশি 'পেহী'
বাপ বাবা 'দেউতা'
বুৰা বাপ 'ককাদেউতা'
বুৰা মাও 'আইতা'
বেটা 'পো'
বেটি 'জী'
বৈন/বৈনি 'ভনী'; তু. কাম. বৈনি
বোনু/ভিন্‌সি 'ভিনিহি'; তু. কাম. ভিহ্‌নি
বৌদি 'নবৌ'
ভাগিনা 'ভাগিন'
ভাতাৰ/শোআমি 'পিৰীয়েক'
ভাতৰ 'ভাই-শহুৰ'
মা/মাও 'মা'

মাইআ/বো 'বৈণীয়েক'

মাউশা 'মহ্য'

মাশি 'মাহী'

শওর 'শহুর'

শাওরি 'শাহু'

(ছ) কানি-কাপোর, বাসন-বর্তন :

কবাই 'কেবাহি' ; তু. কাম. কবে

কাপোর/কাপুর 'কাপোর' ; তু. কাম কাপুর

কোলশি 'কলহ'

খোরা, গাম্‌লা/চোবিআ 'চবিন্না'

গাম্‌সা 'গামোচা' ; তু. কাম. গামচা

গিলাস 'গিলাছ'

ঘোটি 'ঘটী'

ডাবর 'কলহতকৈ সক পাত্র'

ধুতি 'ধুতী'

পাট্‌কু / শিল 'পটা-ভাটি' ; তু. কাম পাত্‌কু

বাটি 'বাটি'

ভোরা 'বাচন'

লোটা / নোটা 'লোটা'

শাবি 'শাবী

শিল-পাটা 'শিল-পটা'

হাতা 'হেতা' ; তু. কাম হাথা

(জ) বিবিধ শব্দ :

আইশা 'বাটি অহা নখ'

আগাল 'আগ'

আগুন 'জুই'

আঙ্‌থা 'অঙঠা'

আঙ্‌টি 'আঙঠি'

আঙ্‌বা 'এতাব' তু. কাম. আঙ্‌বা

আঙ্‌সা / জামা 'চোলা'

আচ 'আঁক', তু. কাম. আচ

আটকুৰা 'শাঙী'

আড়ি 'বিধৱা'

আদৰ 'মৰম'

আন্ধাৰ 'এন্ধাৰ', তু. কাম. আন্ধাৰ

আৰ 'আৰু', তু কাম আৰ

আলো 'পোহৰ'

আল সি 'ভাগৰ'

আলোআ 'মুখত খোৱা ধঁপাত'

আশু / বিত্রি 'আহু-ধান'

ইতা 'শুকান চপৰা'

ইট / ইটা 'ইটা'

ইশ 'নাঙলৰ ডিলা'

ইন্দ ৰা / ইন্দিৰা 'পকা কূঁৱা', তু কাম. ইন্দ্ৰা

উকন 'উৰল'

কইআ আমৰ গুটি'

কপাট 'কাঠৰ দুৱাৰ'

কাকৈ 'ফণি', তু. কাম. কাকে পু. অ. কাঙ্কৈ

কাগা 'এটা মাত্র সন্তান থকা মতা মানুহ'

কাগি 'এটা মাত্র সন্তান থকা মাইকী মানুহ'

কাদো 'বোকা'

কাশা 'কাঁহ'

কুআ / কুআশা 'কুঁৱলী'

কুৰাল 'কুঠাৰ'

কুশি্‌শ 'দলিমাৰি'

কোটা 'হাঁকুটি'

কোড়া 'হোলোঙা'

কোদাল 'কোৰ', তু. কাম কদাল

খলাই 'খালৈ'

খুটা 'কাঠ'

খুট 'খুঁটি'

খুটি / খাম 'ঘৰৰ খুঁটা'

খুব্‌পা 'কোৰোকা'

গাইন 'উৰলৰ মাৰি'

গাড়া 'গান্ত' তু. কাম. গাৰা

গালান্‌চি 'গল-বিচনি'

গেঁড়া-মৈশেৰ ঘাটা 'হাতীপাট'

গেন্দা 'নাৰ্জী-ফুল' : তু কাম গে'ন্ধে

গোআল 'গুৱাল'

গোইল 'গোহালি'

গোলা 'ধানৰ ভঁৰাল'

গোসা 'অভিমান'

ঘাটা 'ৰাস্তা, বাট'

ঘোম্‌টা 'ওৰণি'

ঘে'াইশা 'শুকান গোবৰ'

চাকা 'চকল'

চান 'জোন'

চুন 'চূণ'

চে'প 'থুই'

চৈত 'চ'ত' তু. কাম. চৈত

চোৰা 'তৰোৱাল'

চোসা 'তামোল আদিৰ বাকলি'

ছাপ 'ভৰিৰ খোজ'

জল 'পানী'

জাঙাল/জাভি 'লাও আদিৰ বাবে দিয়া চাং'

জামা 'বস্তা'

জুইশালি 'জুহাল'

জোকাৰ 'উকলি' ; তু. কাম. জকাৰ

ঝাপা 'জাপ' ( ঝাব্‌ )

ঝাপি 'জাপি'

ঝোৰি 'ববযুণ'
টাক্‌কৰ 'বেগেন্ত'
ঠুম 'গছৰ ডাঙৰ টুকুৰা'
ঠেঁঙা 'টাঙোন'
ঠেঙ্‌আ/জাখ্‌লা 'এডাল বাঁহৰ জখলা ; তু কাম জাখ্‌লা
ডাঙা নদীৰ বাম-অংশ'
ডাপ 'ডাব নাৰিকল'
ডাৰা নৰ্দমা'
ডিকেলি 'খুন্দনা-মাৰি'
ডিমা 'কণী', তু কাম দিমা
ডে'আটি 'চুৱাৰডলি'
ডেৰা/ডাবি 'নাল'
ডোবি 'ৰছী'
ঢাক ঢাক'
'ঢাকুআ 'ঢাক বজোৱাজন
ঢাৰা 'ঢাৰি', তু কাম ধাৰা
ঢেকুৰ উগাৰ'
ঢেউ 'ঢৌ
ঢেল 'ফমু'টি'
তানা 'তাঁত-শাল'
তাৰা 'তৰা' : তু কাম তাৰা
তালা 'হাতৰ তলুৱা'
দে'উআ 'বতৰ'
দেউতা 'মেঘ'
ধুঙা/ধুমা 'ধোঁৱা'
ধুলা 'ধূলি' ; তু. কাম. ধুলা
নাউআ 'নাপিত'
নিন/নিন্দ 'টোপনি'
নুন 'নিমখ ; তু. কাম. নুন
নোকা 'গছৰ পুলি'

নোদি 'নৈ', তু কাম. নোদি
নোলি 'মহুৰা'
পদ্দ 'পদুম . তু. কাম পদ্দ
পাখা 'চৰাইৰ পাখি', তু. কাম. পাখা
পাগাৰ 'দ খাল'
পালিত 'খেতিৰ বতৰ'
পাটি 'পাটী'
পাগুন খুপী'
পিস্‌কি 'পিক'
পুকুৰ/দিঘি 'পুখুৰী'
পুশ 'পুহ-মাহ'
পেন্‌টি 'এছাৰি'
পোই 'বাঁহৰ খুঁটা'
ফাটা ফাট'
ফুৰ্‌ত্তা/ফুল্‌কা 'ফিৰিঙতি'
ফুল্‌তা 'বৰশীৰ পুঙা'
ফে'না 'ফেন'
ফোট/ফোৰা 'ফোঁহা'
ফোটা 'ফোট'
ফোশা/ফোশকা 'পানী-ফোলা'
বৰ 'দৰা'; তু. কাম. বৰ
বাইন 'খুলীয়া,' তু. কাম. বাইন
বাও 'মৰমতে সক ল'ৰাব সম্বোধন কৰি মতা শব্দ'
বাটা 'শৰাই', তু. কাম. বাতা
বামন 'বামুণ'
বালা 'বালি', তু. কাম. বালা
বাশ/বাশনা/গন্ধ 'গোন্ধ'
বাহে 'বাহিৰা মানুহক সম্বোধন কৰি মতা শব্দ'
বিসন 'কটীয়া, ৰিচনি'
বিশন 'চৰচৰণি'

বিসি 'গুটি'

বিহান/শকাল 'ৰাতি-পুৱা'

বিশুত 'বৃহস্পতি-বাৰ'

বে'লা 'বেলি'

বেকি 'জঙ্ঘল কটা দা'

বোটি 'মৈদা'; তু কাম. বোথি

ভাশা 'চৰাইৰ বাহ'

ভিৰা 'দ'ম'

ভুঁই 'পথাৰ'

ভোগা 'মৰাপাটৰ ঠাৰিত কপাহ মেৰিয়াই কণ্ডালী বিছুৰ দিনাখন ৰাতি খেতি-পথাৰত দিয়া চাকি-বিশেষ'

ভোটা/ভুটি 'খেৰৰ জুমুথি'

মশম 'মাংস'

মাও 'মৰমত ছোৱালীক সম্বোধন কৰি মতা শব্দ'

মাটি 'মাটি'

মাশ 'মাহ'

মাসা 'উঁৰাল'

মাহুত 'মাউত'

মুগ 'মগু'; তু. কাম. মুগ

মে'ঘ 'মেঘ'

মৈ 'গুভাল বাঁহৰ জখলা'

মৈশাল 'ম'হ-ৰখীয়া'

ৰাখাল/ৰাখোআল 'গৰখীয়া', তু. বৰগীত: ৰাখোৱাল

ৰাগ 'খং'; তু. কাম. ৰাগ

ৰুপা 'ৰূপ' তু. কাম. ৰুপা

ৰোআ 'কঠীয়া, কোঁহ'

লাব্‌ড়া 'ভাজি', তু. কাম লাব্‌ৰা

লেউআ লতা'

লেটু 'নেজ'

লোহা 'লো', তু কাম লহা

শৰ 'মাছৰ জাক'

শতমাও মাহী-আই', তু কাম সৈত্তা মাই
শাক 'আঞ্জা
শাগাই 'আলহী'
শামা 'উৰলৰ মাৰিৰ মুখত লগোৱা লোৰ বেৰ'
শাৰ 'সাৰ'
শিএনি 'সেণ্ডুন'
শিটা 'শিটা'
শিত 'নিয়ৰ'
শিল্লা 'মৰাপাটৰ ঠাৰি'
শিদল 'শুকান মাছৰ গুৰি'
শুকাতি 'শুকতি'
শুটকা 'শুকান মাছ'
শুই/বিন্দি 'বেজি'
শেফালি শেৱালী-ফুল'
শোনা 'সোণ'
শোম 'সোম-বাৰ'
শোলা 'কুঁহিলা'
সাগৰপানা 'পুণী'
সাম 'খুবলি/উৰল'
সিদ্র/কানা/ফুটা/শুন 'বিন্ধা'
সে'কা 'খাৰ'
সেন্দা/সিদি্দৰ 'সক বিন্ধা'
হাৰিকল 'লেম্প'
হাড়া/হাড্ডি 'হাড'
হামু 'খুন্দনা'
হিস্কি 'হিকটি'
হুব্কা 'ধুমুহা'
হুলুঙ 'ডাঙৰ বিন্ধা'
হেমৃতি 'শালি-ধান'
হোলা 'ভে'ট-ফুল'

(ঋ) সংখ্যাবাচক শব্দ ঃ

এ'ক 'এক'

দুই 'দুই'

তিন 'তিনি'

চাইৰ 'চাৰি'

পাস 'পাঁচ'

ছই/সই 'ছয়'

শাত 'সাত'

আট 'আঠ'

নই 'ন'

দশ 'দহ'

বিশ 'বিশ

শ শ'

হাজাৰ 'হাজাৰ'

লাখ 'লাখ'

কোটি 'কোটি'

(এ) বিশেষণাত্মক শব্দ ঃ

অল্‌পো 'অলপ'

আলসিআ 'এলেহুৱা'

আটকুৰা 'নিঃসন্তান, ধাঁজী' তু. ৰৱগীত ঃ আণ্ঠকুড়ি

উচা 'ওখ'

এ'তো 'ইমান'

এমন 'এনে, এনেকুৱা'

ওপাৰ 'বহল'

কতো কিমান'

কশ্‌টা 'কেঁহা'

কানা 'কণা', তু. কাম. কানা

কালা 'ক'লা'

কাসা 'কেঁচা', তু কাম, কাচা

কে'মন 'কেনে, কেনেকুৱা'

কোম্‌লা / নরম 'কোমল'
খাটো / খাটা 'চুটী', তু কাম খাতা
চোটো 'সরু'
চে'প্‌টা 'চেপেটা', তু কাম চেপতা
জে'মন 'যেনে, যেনেকুৱা'
জতো 'যিমান'
টশা কলা'
ঠান্‌ডা 'চেঁচা'
ঢক 'সুন্দর'
তোট্‌লা / থোট্‌লা 'খোনা'
তত্তো / ওত্তো 'সিমান'
নামা 'চাপর'
পাথ্‌রা 'পথরা' তু কাম পাথ্‌রা
পাত্‌লা 'পাতল', তু কাম পাত্‌লা
পুশা 'পোহনীয়া'
ববো 'ভাওর
বেআ / বইআ 'বেয়া', তু কাম. বইআ
ভাল 'ভাল'
ভাড়ি 'গধুর'
মিসমিসা 'মিহী'
মোটা 'শকত'
লাল 'রঙা'
লম্বা 'দীঘল'
শবল 'সবল'
শক্তো 'ডাঠ'
শাদা 'বগা'
শুকান 'শুকান'
সে'মন / তে'মন 'তেনে, তেনেকুৱা'
সোরু 'ক্ষীণ'

(ট) ক্রিয়াবিশেষণাত্মক শব্দ ঃ

আৰ 'আৰু', তু কাম. আৰ

আজি 'আজি'

এ'মনে / এ'মনকোৰি 'এনে'ক'

এ'লাই / এ'লা 'এতিয়া'

এটি / এইঠে / এ'টাই 'ইয়াত'

ওটি / ওইঠে / ওটাই 'তাত'

ক'ম 'কম'

কুট / কোটাই 'ক'ত, ক'লৈ'

কালি 'কাইলৈ'

কে'নে 'কিয়', তু. কীর্তন ঃ 'কেনে মাটি খাইলি ...'

কে'ম্‌নে / কে'মনকোৰি 'কেনেকৈ', তু বৰগীত ঃ 'কেমনে পাইবো হৰি'

কোনবেলা 'কেতিয়া'

জউআ কালি 'কালি'

জে'ম্‌নে / জে'মনকোৰি 'যেনেকৈ'

জে'লা / জে'লাই 'যেতিয়া'

জেটি / জেটাই / জেইঠে 'য'ত, য'লৈ'

তাৰাতাৰি 'সোনকালে'

তে'ম্‌নে / তে'মনকোৰি 'তেনেকৈ'

দেখিকোৰি 'পলমকৈ'

পৰত্ত 'পৰহি'

বিকালে / বে'লাভাটি 'আবেলিকৈ'

বেশি 'বেছি'

ভালকোৰি / কোৰিআ 'ভালদৰে'

শকালে 'ৰাতিপুৱাতে', তুঃ বৰগীতঃ 'সকালে মেলিও বংস...

শদাই 'সদায়'

শে'ম্‌নে / শে'মনকোৰি 'তেনেকৈ'

শে'লা / শে'লাই তেতিয়া'

(ঠ) ধাতু ঃ

ক 'ক'

কৰ্ 'কৰ্'

কাল্দ্ 'মাত্', তু. বিলেই কাল্দে 'মেকুৰীয়ে মাতে', পোথি কাল্দে 'চৰায়ে মাতে' হাশ কাল্দে 'হাঁহে মাতে'

খা 'খা'

গেদ্দা 'মূৰ আঁচোৰ্'

গোঙা 'গোজ্ৰ', তু বাগ গোঙাই 'বাঘে গোজৰে'

ঘশ্ 'ঘঁহ্'

জা 'যা'

জান্ 'জান্'

ডাক্ 'মাত্', তু. কোইতৰ ডাকে 'পাৰই মাতে', বৰগীতঃ 'দাম সুদামে ডাকে...'

ডিক্ 'খুন্দ্'

থ, থু 'থ'

দে 'দি'

নে 'ল'

পৰ্ 'পঢ়্'

পৰ্ 'পৰ্'

পা 'পা'

পুস্ 'সোধ্'

বশ্ 'বহ্'

বিৰা 'ওলা'

ভক্তি দে 'প্ৰণাম কৰ্'

লে'খ্ 'লেখ্'

শুড্ 'শুঙ্'

শুন্ 'শুন্'

শোম্মা 'সোমা'

সিৰা 'ছিঙ্'

হ 'হ'

হাট্ 'খোজ কাঢ়্', তু. কাম. হাথ্

হাশ্ 'হাঁহ্'

১৩. 'দেশী-ভাষা'ত শব্দ-গঠন প্ৰণালীৰ আভাস তলত দিয়া উদাহৰণবোৰৰ পৰা পোৱা হ'ব ঃ

(ক) —আঃ গাওঁ-আ > গাওঁআ, গাঁইআ 'গঞা'

(খ) ইআঃ ঢোল > ঢুল-ইআ > ঢুলিয়া 'ঢুলীয়া'

খোল > খুল-ইআ > খুলিআ 'খুলীয়া'

মাশ-ইআ > মাশিআ মহীয়া'

(গ) —ইল ঃ বঙ-ইল > ৰোঙিল 'ৰঙীণ'

(ঘ) —উআ ঃ কাজ উআ > কাজুৱা 'কামিলা'

গাস-উআ > গাসুআ 'গছুৱৈ'

ঘৰ উআ > ঘোৰুআ 'ঘৰুৱা'

জাল-উআ > জালুআ 'জালুৱৈ'

ঢাক-উআ > ঢাকুআ 'ঢাক-বজোৱাজন'

বুন-উআ > বুনুআ 'বনৰীয়া'

মাস-উআ > মাসুআ 'মাছুৱৈ'

শাৰ-উআ > শাকৱা 'সাকৱা'

হাল-উআ > হালুৱা 'হালুৱৈ'

(ঙ)—বাড়ি ঃ ধান-বাড়ি 'ধাননি'

বাশ-বাড়ি বাঁহনি'

ঘাশ-বাড়ি 'ঘাঁহনি'

(চ)—ৰি ঃ কাশা-ৰি 'কঁহাৰ'

শোনা-ৰি 'সোণাৰী'

পূজা-ৰি 'পূজাৰী'

(ছ)—লি ঃ শোনা-লি 'সোণালী'

ৰুপা-লি 'ৰূপালী'

১৪. চানেকিহিছাপে তলত 'দেশী-ভাষা'ৰ বাক্যকেইটামান দিয়া হ'ল ঃ

১। তোৰ নাম কি 'তোমাৰ নাম কি ?'

২। মোৰ নাম নগেন 'মোৰ নাম নগেন'

৩। তুই কুটি থাকিশ 'তুমি ক'ত থাকা ?'

৪। মুই গোবিপুৰত থাকুঙ 'মই গোবীপুৰত থাকোঁ'।

৫। তোৰ বাড়ি কুটি 'তোমাৰ ঘৰ ক'ত ?'

৬। তোৰ বাড়িত কাই আসে 'তোমাৰ ঘৰত কোন আছে ?'

৭। তুই পোৰিশ নাকি 'তুমি পঢ়া নে ?'

৮। না মুই নাপোৰঙ 'নাই, মই নপঢ়োঁ'

৯। তুই আৰ মুই জাইম 'তুমি আৰু মই যাম'

১০। উআই আৰ তুই জাইশ 'সি আৰু তুমি যাবা'

১১। উআই আৰ মুই জাইম 'সি আৰু মই যাম'

১২। তুই কালি আসিশ 'তুমি কাইলৈ আহিবা'

১৩। তুই কালি আসিশতো 'তুমি কাইলৈ আহিবা চোন'

১৪। ঝোৰি পোৰিব লাইগ্‌সে 'ধৰমুণ দিছে'

১৫। বাইৰা মাজাইশ 'বাহিৰলৈ নাযাবা'

১৫. 'দেশী-ভাষা'ত পোৱা প্ৰবচন আৰু গীতৰ কিছুমান তলত উল্লেখ কৰা হ'ল :

(ক) প্ৰবচন :

(১) খাবাৰ জাইন্‌লে চাউলে চিৰা
বোশিৰ জাইন্‌লে মাটিও পিৰা

(২) খাটাত পালু কামাৰ
লাও পৰে দে আমাৰ।

(৩) চোৰ পালাইলে বুদ্ধি বাৰে।

(৪) আইসলও মাগুৰ হোইলও কৈ
দিনে দিনে বা কিবা হৈ।
( মাগুৰ আহিলোঁ, কাৱৈ হ'লোঁ। অৰ্থাৎ অৱস্থা বেয়া হ'ল )

(৫) পৰেৰ শোনা নাদাও কানত
ঝটকে নিবে একে টানত।
( পৰৰ বস্তু লৈ লাভ নাই )।

(৬) ধান খাইআ জাই ভবানন্দ
অল্লেৰ গালাত ডোবি।

(৭) জে একটা গাছি পোকা
তাও হৈসে মোৰ বাপেৰ জোকা।
( যদিও এটা কৰা পাৰোঁ। সিও মোৰ দেউতাৰ কাৰণে হ'ল )।

(৮) আসে গোৰু নাবোঝাই হাল
শেই গোৰু থাকাৰ থাকি নাথাকাই ভাল।

(৯) মাও নাই জাৰ ভাও নাই তাৰ।

(১০) ঘৰেৰ কথা নাকঙ পৰোক
কৈলে জাই শাও ধৰত।

(খ) সাঁথৰ ঃ

(১) এক ঠেঙিআ বগা, নাচে শকাল শোইন্‌ধা। (বিচনি)

(২) ওথু ওথু ওথু, গোটেই গাওতে চোকু। (আনাৰস)।

(৩) এ'ক গাসেৰ এ'ক ফল, পাকি আসে টলমল। (আনাৰস)।

(৪) এত্তি গেলুঙ ওত্তি গেলুঙ, গেলুঙ হাবৃৰা হাট
এমন একটা জিনিস দেখলুঙ, ফলেৰ উপৰ পাত। (আনাৰস)।

(৫) জলত জম্মো জলত বাশ, জলত দিলে সৰ্বোনাশ। (নিমখ)।

(৬) পানি আসে ঢেউ নাই। (নাৰিকল)

(৭) ঢেউ আসে পানী নাই। (টিনৰ চাল)।

(৮) এ'ক আসোৰিত কথা, গাস আসে নাই মূল না পাত্তা।
(আকাশী লতা)

(৯) ঘৰ আসে দুঅৰ নাই, মানৃশি আসে কথা নাই। (কবৰ)।

(১০) তুকত তুকত নাচে, তোমাৰ বাড়িত আসে। (বাঢ়নী)।

(১১) এ'ক হাতিৰ দুই মাথা, চল হাতি কোলিকাত্তা। (নাও)।

(১২) গাও ধুম ধুম এ'কটা হাড়া। (খেৰৰ পুঁজি)।

(১৩) জতই কাইটবেন মোক লম্বা হইআ জাইম,
কও তো মোৰ কি নাম। (সূতা)।

(১৪) উপৰতো হাড়া, তলতো হাড়া, মোইদ্ধত মাত্র হাল
হাত্তো নাই ঠেঙো নাই, মাথাটো দেখিৰ ভাল। (জাপি)

(১৫) উত্তৰ হাত্তে আইল বামন, খাইতে দিলঙ কালা হাইলন
বামন খাইআ তুষ্ট হোইল, জেমন হাইলন তে'মনে ৰোইল। (হোকা)

(১৬) এনু এনু এনু ধোৰিবাৰ নাই ঠেনু। (কণী)।
চিল চিল ডহক খিল খিল পাত
খাবে ডহক আঠবো হাত। (বেত-গাছ)।

(১৮) জন্মেৰ চলা কৰ্মেৰ কালা, গলাই চিক চিক হাৰ
ঝাপ দিআ আহাৰ কৰে চৈদ্দ হাত নেটু কাৰু। (জাল)।

(১৯) ৰাজাৰ বে'টাই দুধ খাই, এ'কবাৰ বাত্সা দিএ মোৰি জাই। (কল-গছ)।

(২০) একি আচোৰিত কথা, পাখা নাই উৰি জাই, মুখ নাই কথা কই, বুকু মেলি আলো দেই, কান্দিআ ধৰনি ভিজাই। (মেঘ)।

৯৬. ওপৰত আলোচনা কৰা ভাষাটোৱে গোৱালপৰীয়া 'দেশী-ভাষা'টোৰ মূল প্ৰৱাহ। গোৱালপৰীয়া ভাষাটো প্ৰাচীন আৰু আধুনিক অসমীয়াৰে সৈতে সম্বন্ধিত প্ৰাচীন কামৰূপী ভাষাৰে উত্তৰাধিকাৰী আৰু প্ৰতিনিধি। পশ্চিম গোৱালপৰীয়া ভাষাৰ পশ্চিম-পশ্চিমীয়া ভাষাটোৰ কিছুমান বৈশিষ্ট্য দেখা যায়। সেইবোৰৰ কেইটামান তলত উল্লেখ কৰা হ'ল :

(ক) অন্ত্য—আ > —এ' ; যেনে, গুআ > গুএ'

(খ) ঠ আৰু থ > ট আৰু ত ; যেনে, পাঠা > পাটা ; বাথান > বাতান

(গ) কোনো কোনো লোকৰ মুখত চ > স , যেনে, চে'ঙ > সে'ঙ

(ঘ) আৰম্ভণিৰ 'ৰ' ধ্বনিৰ লোপ আৰু আৰম্ভণিত 'ৰ' ধ্বনিৰ আগম, যেনে, ৰাম > আম, ৰাতি > আতি, ৰক্ত > অক্ত , আম > ৰাম

(ঙ) কেতিয়াবা খ > ক ; যেনে, দুখ > দুক ; সুখ > সুক

(চ) কেতিয়াবা ল > ন , লেবা > নেবা

৯৭. বগৰীবাৰীলৈকে বিস্তৃত গৌৰীপুৰ-অঞ্চলৰ ভাষাটো ধ্বনি-তত্ত্বৰ দিনৰ পৰা একে। কিন্তু শব্দ মালাৰ ক্ষেত্ৰত বগৰীবাৰী অঞ্চলত কিছুমান নতুন্ শব্দ পোৱা যায়। উদাহৰণ :

| গৌৰীপুৰ-অঞ্চল | বগৰীবাৰী-অঞ্চল |
|---|---|
| মোধুফল/ভোৰমুল | পাশিআ |
| পিৰ 'কলৰ থোক' | ঠোৰ |
| প্যানিমাস 'কাছ' | কাস |
| খাটা 'কোকিলা-মাছ' | খাকিলা |
| বুৰা বাপ 'ককাদেউতা' | আতা |
| বুৰা মাও 'আইতা' | আমো |
| পোক 'কীট' | চিকল |
| খিলৰ 'খিচনি' | পাখা |

| | |
|---|---|
| ঝৰ 'ধুমুহা' | তুফান |
| কানা / ফুটা / ভুন 'বিন্ধা' | ফোৰ্‌কা |
| খুৰ্‌পা 'কোৰোকা' | টকো |
| বাশ / বাশ্‌না 'গোন্ধ' | গন্ধ |
| নে স্‌ৰা 'ফটা কানি' | ত্তে'না |
| ঢে'আটি 'দুৱাৰ-ডলি' | গোৰিআ |

৯৭.১ দুয়ো অঞ্চলৰ ৰূপাতাত্ত্বিক পাৰ্থক্য কিছুমানো আছে। উদাহৰণ :

| গোৰীপুৰ-অঞ্চল | বগৰীবাৰী-অঞ্চল |
|---|---|
| এই পাকে 'এইপিনে' | এদিআ |
| ও পাকে 'সেইপিনে' | উদিআ |
| ওই পাকে 'সেইপিনে' | ওইদিআ |
| এটি 'ইয়াত' | এ'টে |
| ওটি 'তাত' | ওটে |
| কুটি ক''ত' | কুন্‌টে, কুন্‌ঠে |
| আজি 'আজি' | আইজ্‌কা |
| কালি 'কাইলৈ' | কাইল্‌কা |
| জউআ কালি 'কালি' | গেল কালি |
| ভাত-ভাত 'ভাত-চাত' | ভাত্ত-থাত্ত |
| ধান-তান 'ধান-চান' | ধান-থান |
| চিনি-তিনি 'চেনি-তেনি' | চিনি-থিনি |

৯৮. গোৱালপৰীয়াৰ পূব-গোৱালপৰীয়া বিভাগটোত বিলাসীপাৰাৰ পৰা ধ্বনি-তাত্ত্বিক পৰিবৰ্তন কিছুমানে দেখা দিছে। এই অঞ্চলৰ পৰা ক্ৰমান্বয়ে শব্দ মালাৰো পাৰ্থক্য কিছুমান দৃষ্টি-গোচৰ হয়। ৰূপ-তত্ত্বৰ ক্ষেত্ৰত বিলাসীপাৰাৰ পৰা অকল বিশেষ্য শব্দই নহয়, সৰ্বনাম শব্দৰো পাৰ্থক্য দেখা যায়। বগৰীবাৰী-অঞ্চলত পোৱা প্ৰতিধ্বন্যাত্মক শব্দৰ পাৰ্থক্যখিনি এই অঞ্চলতো বৰ্জিত হৈছে। বিলাসীপাৰা-অঞ্চলৰ বৈশিষ্ট্যবোৰ শালকোছা, চাপৰ, আৰু মুখীগাওঁ-অঞ্চলতো পোৱা যায়। চাপৰ আৰু মুখীগাওঁ-অঞ্চলৈকে ক্ৰিয়া-শব্দৰ পূৰ্ণ ভূত কালৰ ৰূপবোৰ পোৱা যায়। বিলাসীপাৰাৰ পৰা 'আপুনি'ৰ ব্যৱহাৰ নাইকিয়া হৈছে। তলত আটাইকেইটা অঞ্চলৰ ধ্বনি, ৰূপ, আৰু শব্দমালাৰ বৈশিষ্ট্যসূচক নিদৰ্শন দাঙি ধৰা হ'ল :

( ক )

| গৌৰীপুৰ | বিলাসীপাৰা | শালকোছা | চাপৰ | মুখীপাও |
|---|---|---|---|---|
| মানুশ/মান্শি 'মানুহ' | মান্শি | মান্শি | মান্শি | মান্শি |
| বে'টা সাউআ 'মতা মানুহ' | আপা সাউআ | আপা মান্শি | আপা সাউআ/আপা মান্শি | আপা মান্শি |
| বেটি সাউআ 'মাইকী মানুহ' | আপি সাউআ | আপি মান্শি | আপি সাউআ/আপি মান্শি | আপি মান্শি |
| চে'ঙ্বা 'ল'ৰা' | আপা | আপা সাউআ | আপা | আপা |
| চেঙ্বি 'ছোৱালী' | আপি | আপি সাউআ | আপি | আপি |
| আট্কুৰা 'বাঁজী' | বাজি | বোইলা | বোইলা/বাজি | বোইলা |
| কোইত্তৰ 'পাৰ-চৰাই' | পাৰ | পাৰ | কোইত্তৰ/পাৰ | পাৰ |
| বোকা 'মতা পাৰ' | পাৰা | মাউঠা | মাউঠা, কোইত্তৰ, পাৰা | পাৰা |
| বুকি 'মাইকী পাৰ' | পাৰি | মাউঠি | মাউঠি, কোইত্তৰ, পাৰি | পাৰি |
| পিৰ 'কলৰ থোক' | চোৰা | চোৰা | সোৰা | চোৰা |
| মোকোস/মোচা 'কলডিল' | কলফুল | কলফুল | ঠোৰ/ডিলা | ঠোৰ |
| চে'বাই 'গেদগেদী' | ঘাগ্শি | ঘাগ্শি | ঘাগ্শি | ঘাগ্শি |
| লোম 'নোম' | বঙা | বঙা | বঙা/ভোমা | ভোমা |
| আগুন 'জুই' | জুই | জুই | জুই | জুই |
| জল 'পা'নী' | পানি | পানি | পানি | পানি |

( খ )

| গৌৰীপুৰ | বিলাসীপাৰা | শালকোছা | চাপৰ | মুখীগাওঁ |
|---|---|---|---|---|
| আলো 'পোহৰ' | পোহৰ | পোহৰ | পোহৰ | পোহৰ |
| বিমন 'কঠীয়া' | বিধান | বিধান | বিধান | বিধান |
| খুব্‌গা 'কোবোকা' | টকো | টোকো | টোকো | টোকো |
| বিলাই 'মেকুৰী' | বিলাই | বিলাই | নাকাৰ | নাকাৰ |
| বাশ, বাশ্‌না 'গোন্ধ' | গন্ধ, বাশ, বাশনা | গন্ধ/বাশ/বাশন | গন্ধ বাশনা | গন্ধ |
| পোলা 'কুঁহিলা' | খোত্‌লা বোতোলা | বোতোলা | বোতোলা | বো:তোলা |
| মেঁখাটি 'কুমাৰডলি' | গোবিআ | গোবিআ | গোবিআ গৈৰা | গৈৰা |
| নে'সুবা 'কটা কানি' | তে'না | খেটা | তে না খেটা | খেটা |
| স : চ : সাগল 'ছাগলী' | চাগল/সাগল | সাগল | সাগল | সাগল |
| চ : স : চাইব 'চাবি' | চাইব/সাইব | চাইব, সাইব | সাইব | চাইব |
| চবাই 'কুকুৰা' | চবোই | চবোই | সবাই | চ:বাই |
| ছ : স : চ : ছাতি, ছাতা 'ছাতি' | ছাতি, সাতি, সাতা, চাতা | সাতা, চাতা | সাতা | সাতা |
| ছই, সই 'ছুঁৱ' | ছই চই/সই | ছই/সই | সই | সই |
| মানুশি-টা 'মানুহটো' | মানুশি-টা | মানুশি-টা | মানুশি টা | মানুশি-টা |
| গাস-টা 'গছ-ডাল' | গাস-টা | গাস-ডাল | গাস-ডাল | গাস-ডাল |
| মানুশি গুলা/গুলান মানুহবোৰ | মানুশি গুলা/গুলান | মানুশি গুলা/গিলা | মানুশি-গিলা | মানুশি-গিলান |

( গ )

| গৌৰীপুৰ | বিলাসীপাৰা | শালকোছা | চাপৰ | মুৰ্খীগাওঁ |
|---|---|---|---|---|
| গোক-গুলা/গুলান 'গৰুবোৰ' | গোক-গুলা/গুলান | গোক-গুলা | গোক গুলা | গোক গিলান |
| এ'মুনে,এ'মনকোৰি 'এনেকৈ' | এ'নুতে | এ'নুতে | এ'নুতে | এ'নুতে |
| সে'মুনে/সে'মনকোৰি 'তেনেকৈ' | ওনুতে | ওনুতে | ওনুতে | ওনুতে |
| কে'মুনে'কে'মনকোৰি 'কেনেকৈ' | কে'নুতে | কে'নুতে | কে'নুতে | কে'নুতে |
| কে'নে 'কিয়' | কে'নে | কে'নে/কিঅ | কে'নে কিঅ | কিঅ |
| ভাত-তাত 'ভাত-চাত' | ভাত-থাত | ভাত-থাত | ভাত থাত | ভাত থাত |
| ধান-তান 'ধান চান' | ধান-থান | ধান-থান | ধান থান | ধান-থান |
| চিনি ছিনি 'চেনি ছেনি' | চিনি-থিনি | চিনি-থিনি | চিনি থিনি | চিনি থিনি |
| মুই 'মই' | মুই | মুই | মুই | মুই |
| আমৃৰা 'আমি' | আমৃৰা,'আমিৰা/আমা | আমৰা,আমিৰা,আমি | আমৃৰা/আমিৰা,'আমি | আমা |
| তুই 'তই' | তুই | তুই | তুই | তুই |
| তুমৃৰা 'তহঁত' | তুমৃৰা তুমিৰা,তুমা | তুমৃৰা/তুমিৰা,তুমা | তুমিৰা | তোমা |
| তোমৃৰা 'আপুনি' | × | × | × | × |
| উআই 'সি' | ওএ' | অঅ' | ওএ | ওএ |
| উমৃৰা 'সিহঁত' | উমৃৰ/উমিৰা | উমৃৰা/উমিৰা/উমা | উমিৰা | উমা |

৯৯. গোৱালপৰীয়া 'দেশী-ভাষাটোৱে বাসুগাওঁ, বঙ্গাইগাওঁ, বিজনী, আৰু অভয়াপুৰী-অঞ্চলত কিছুমান সুকীয়া ৰূপ লৈছে। ধ্বনি-তত্ত্ব, ৰূপ-তত্ত্ব, আৰু শব্দ-মালা এই আটাইকেইটা বিভাগতে এই পৰিৱৰ্তন লক্ষ্য কৰা যায়। বিজনী-অঞ্চলত বহুতো কামৰূপী ৰূপ সংৰক্ষিত হৈছে। তলৰ তালিকাকেইখনে কথা-খিনিৰ প্ৰমাণ দাঙি ধৰিব:

(ক)

| গৌৰীপুৰ | বাসুগাওঁ | বঙ্গাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| মানুশ, মানশি 'মানুহ' | মানু | মানু | মানু | মানু |
| বে'টা সাউআ 'মতা মানুহ' | আপা মানু | আপা মানু | আপা মানু | আপা মানু |
| বেটি সাউআ 'মাইকী মানুহ' | আপি মানু | আপি মানু | আপি মানু | আপি মানু |
| চে'ঙৰা 'ল'ৰা' | আপা | আপা | আপা সোলি | আপা সাউআ |
| চেঙৰি 'ছোৱালী' | আপি | আপি | আপি সোলি | আপি সাউআ |
| আট্কুৰা 'বাঁজী' | — | বৈলা | বাজি | বাজি |
| বে'হিতৰ 'পাৰ-চৰাই' | পাৰ | পাৰ | পাৰা কোবিতৰ | পাৰ |
| বোকা 'মতা পাৰ' | মাউথা | পাৰা | মাউথা | পাৰা |
| বুকি 'মাইকী পাৰ' | মাউথি | পাৰি | মাউথি | পাৰি |
| পিৰ 'কলৰ থোক' | থোৰা | থোৰা | সোৰা | সোৰা |
| মোকোস/মোচা 'কলডিল' | দিলা | দিলা | দিলা | ডিলা |
| চে'ৰাই 'গদগেদী' | ঘাগ্সি | ঘাগ সি | ঘাগ্সি | ঘাগ্সি |
| ৰোম 'নোম' | ভোমা | ভোমা | ভোমা | ভোমা |
| আগুন 'জুই' | জুই | জুই | জুই | জুই |
| জল 'পানী' | পানি | পানি | পানি | পানি |
| আলো 'পোহৰ' | পোহৰ | পোহৰ | পোহৰ | পোহৰ |

( খ )

| গোৱালপুৰ | বাসুগাওঁ | বঙ্গাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| বিসন 'কঠীয়া' | বিধান | জাউআ | বিধান | বিধান |
| খুৰ্‌পা 'কোবোকা' | টোকো | টোকো | টকো | টোকো |
| খিলাই 'মেকুৰী | নাকাৰ | নাকাৰ | নাকাৰ | নাকাৰ |
| বাশ/ব.শ্‌লা 'গোন্ধ' | গোন্ধ | গোন্ধ | গোন্ধ | গোন্ধ |
| ভে'আটি 'দুৰাৰভলি' | গৈৰা | — | গোবিআ | গোবিআ |
| নে'সৃৰা 'ফটা কানি' | খেটা | ফাড়া কাপুৰ | ফাড়া কাপুৰ | ফাড়া কাপুৰ |
| শোলা 'কুঁহিলা' | বোতোলা | বোতোলা | বোতোলা | বোতোলা |
| শ : স : | | | | |
| শাড় 'ষাঁড়' | সাড় | সাড় | সাড | সাড় |
| শিঙ শিং' | সিঙ | সিঙ | সিঙ | সিঙ |
| শিআল শিয়াল' | সিআল | সিআল | সিআল | সিআল |
| শ : হ : | | | | |
| মাউশা মহ' | মাহা | মাহা | মাহা | মাহা |
| শ: স: | | | | |
| হাশ 'হাঁহ' | হাস | হাস | হাস | হাস |
| চ : স: | | | | |
| চোক 'চকু' | সুকু | সোকু | সোকু | সুকু |

( গ )

| গৌৰীপুৰ | বামুগাওঁ | বঙ্গাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| মানুশ-টা 'মানুহটো' | মানু-গো | মানু-গ | মানু-গো | মানু-টা |
| গাস টা 'গছ ডাল' | গাস-ডাল | গাস ডাল | গাস-ডাল | গাস ডাল |
| মানুশ গুলা গুলান মানুহবোৰ' | মানু গিলা | মানু-গিলা | মানু গিলা | মানু-গিলা |
| গোৰু-গুলা / গুলান 'গৰুবোৰ' | গোৰু গিলা | গোৰু-গিতি | গোৰু গিলা | গোৰু গিলা |
| এ'মনে / এ'মনকোৰি 'এনেকৈ' | এ ঙ্‌কেৰেআ | এ'ঙ্‌কে | এ'ঙ্‌কে | এ'ঙ্‌কে |
| শেমনে / শে'মনকোৰি 'তেনেকৈ' | সে'ঙ্‌কেৰেআ | সে'ঙ কে | সে'ঙ্‌কে | সে'ঙ্‌কে |
| কে'মনে / কে'মনকোৰি 'কেনেকৈ' | কে'ঙ্‌কেৰেআ | কে'ঙ্‌কে | কে'ঙ্‌কে | কে'ঙ্‌কে |
| কে'নে কিয়' | কিঅ | কিঅ | কিঅ | কিঅ |
| ভাত-তাত 'ভাত চাত' | ভাত-থাত | ভাত সাত | ভাত থাত | ভাত থাত |
| ধান-তান 'ধান চান' | ধান থান | ধান সান | ধান-থান | ধান-থান |
| চিনি-ছিনি 'চেনি-তেনি' | সেনি থেনি | সিনি থিনি | চেনি থেনি | সেনি থেনি |
| মুই মই' | মই | মই | মই | মঅ' |
| আমৰা 'আমি' | আমি | আমি | আমি | আমি |
| তুই 'তই' | তই | তুমি | তই | তঅ' |
| তুমৰা 'তইত' | তুমি | তামি | তুমিৰা | তুমি |
| তোমৰা 'আপুনি' | × | × | × | × |
| উআই 'সি' | ওএ | ওএ | তাই | তাত্র' |
| উমৰা 'সিহঁত' | উমি / উমিৰা | তামি | তামি | তামি |

১০৩ ঠেটামাৰী-অঞ্চলৰ ভাষাটোক পশ্চিম-গোৱালপৰীয়া আৰু পূব-গোৱালপৰীয়া ভাষাৰ সংমিশ্ৰণ বুলি ক'ব পাৰি। গোৱালপৰীয়াৰ প্ৰত্নপুৰৰ দক্ষিণ-পাৰৰ ভাষাৰ আভাষ তলৰ তালিকাকেইখনে দাঙি ধৰিব:

( ক )

| গোৰীপুৰ | মাণিকা চৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধনৈ |
|---|---|---|---|---|
| মানুশ,মান্শি 'মানুহ' | মানুশ | মান্শি | মানু | মানু'মানু হ) |
| বে'টা সাউআ মতা মানুহ' | বে'টা সাউআ | বে'টা সাউআ | আপা সাউঅ | আপা সাউআ/ আপা সোলি |
| বেটি সাউআ মাইকী মানুহ' | বেটি সাউআ | বেটি সাউআ | আপি সাউআ | আপি সাউআ/ আপি সোলি |
| চেঙ্ৰা 'ল ৰা' | চেঙ্ৰা | চেঙ্ৰা/আপা | আপা | আপা |
| চে'ঙ্ৰি ছোৱালী' | চেঙ ৰি | চেঙ্ৰি/আপি | আপি | আপি |
| আট্কুৰা 'ধাঁজী' | আটকুৰা | আটকুৰা, বাজি, বান্জি | বাজি | বাজি/ভাজি |
| কোইভৰ 'পাৰ চৰাই' | কৈতৰ | কৈতৰ'কোবিন্তৰ | পাৰো | পাৰ, পাউৰা |
| বোকা 'মতা পাৰ' | পাইৰা | × | × | মাত্ৰা পাৰ, মাতা পাউৰা |
| বুকি 'মাইকী পাৰ' | পাইৰি | × | × | মাত্ৰি পাৰ, মাত্তি পাউৰা |
| পিৰ 'কলৰ থোক' | চোৰি | চোৰা | সোৰা | সোৰা |
| মোকোস,মোচা 'কলডিল' | ঠোৰ | ঠোৰ | ঠোৰ | কলফুল |
| চে'ৰাই 'গেদগেদী' | ডে'গা | ধোলাই/ধাগসি | ডে'ভকেলি | নিনপাৰি |
| লোম 'নোম' | লোম | লোম/লোমা | ছুভা/লুম | ছুভ/লুম |
| আগুন 'জুই' | আগুন | জুই | জুই | জুই |
| জল 'পানী' | জল | পানি | পানি | পানি |

( খ )

| গৌৰীপুৰ | মাণিকা-চৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধনৈ |
|---|---|---|---|---|
| আলো 'পোহৰ' | আলো | পোহৰ | পাহৰ | পোহৰ, পহৰ |
| বিসন 'কঠীয়া' | বিসন | বিধান | বিধান | বিধান |
| খুব্‌পা 'কোবোকা' | মালাই, আত্‌সা | খুৰ্‌পা, আত চ' | খুৰ পা | খোল টা |
| বিলাই/বিলেই 'মেকুৰী' | বিলাই | বিলাই | বিলেই | নাকাৰ'মে'ক্ৰি |
| বাশ/বাশ্‌না 'গোন্ধ' | বাশ না, গন্ধ | গন্ধ | বাসনা | বাস্‌না'গোন্ধ |
| ভে'আটি দুৱাৰডলি' | × | গৈৰা | দুৱাৰগোৰ | মোখা |
| নে'সৃৰা 'ফটা কানি' | নেকৰা ভে'না | ভেনা, ফাড়া কাপুৰ | ফাড়া কাপুৰ | ফাড়া কাপুৰ |
| শোলা 'কুঁহিলা' | শোলা | বত্‌লা | × | বোথোলা, বোত্‌লা |
| শ : স : | | | | |
| শৌল শৈল 'শ'ল-মাছ' | শৈল | শৌল/শৈল | শোল | সোল |
| চ : স : | | | | |
| চান 'জোন' | চান | চান, সান | সান'জোন | জোন, জন |
| ছ : স : | | | | |
| ছই 'ছয়' | ছই, সই | ছই, সই | সই | সই |
| মানুশ-টা 'মানুহটো' | মানুশটা টে' | মানুশ-টা | মানু টা | মানু-টা |
| গাস-টা 'গছডাল' | গাস-টা/টে' | গাস-টা | গাস টা | গাস ডাল |

( গ )

| গৌৰীপুৰ | মাণিকা চৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধ্‌নৈ |
|---|---|---|---|---|
| মানুশ-গুলা/গুলান 'মানুহবোৰ' | মানুশ গুলে' | মানশি গুলা/গুলে' | মানু-গিলা | মানু-গিলা, গিলান |
| গোৰু-গুলা,'গুলান 'গৰুবোৰ' | গোৰু-গুলে' | গোৰু-গুলা.'গুলে' | গোৰু-গিলা | গোৰু গিলা, গিলান |
| এ'মনে,'এ'মনকোৰি 'এনেকৈ' | এ'মেনকোৰি | এ'মনকোৰি'এ'নতে | এ'নতে | এ'নেকাই এ'নকে |
| শে'মনে শে'মনকোৰি 'তেনেকৈ' | ওমেনকোৰি | শে'মনকোৰি,'ওনতে | ওনতে | তে'নেকাই'তে'নকে |
| কে'মনে,'কে'মনকোৰি 'কেনেকৈ' | কেমেনকোৰি | কে'মনকোৰি,'কে'নতে | কে'নতে | কে'নেকাই কেনকে |
| কে'নে 'কিয়' | কে'নে | কে'নে | কিঅ | কিঅ |
| ভাত-ভাত 'ভাত-চাত' | ভাত-সাত | ভাত-থাত'তাত | ভাত-থাত | ভাত-থাত, তাত |
| ধান-তান 'ধান-চান' | ধান-সান | ধান-থান'তান | ধান-থান | ধান-থান ধান-সান |
| চিনি-তিনি 'চেনি-তেনি' | চিনি-তিনি | চিনি থিনি,'চেনি-তেনি | সিনি-থিনি | সেনি-থেনি |
| মুই 'মই' | মুই | মুই | মুই | মোই |
| আমৰা 'আমি' | আমৰা | আমিৰা আমি | আ'মি | আমি |
| তুই 'তই' | তুই | তুই | তুই | তুই'তোই |
| তুমৰা 'তইত' | তোমৰা | তুমৰা, তুমিৰা | তুমি | তুমি,'তুহুন |
| তোমৰা 'আপুনি' | আপ্‌নি | তোমৰা,'আপ্‌নি | আপ্‌নি | আপ্‌নি |
| উআই 'সি' | ওই | অই, উই | ওই | তাঅ'/সি |
| উমৰা 'সিহঁত' | উমৰা | উমৰা/উমিৰা | তামি | তামি/তাহুন |

১০১. গোৱালপৰীয়া ভাষাটোৰ অনুসন্ধানৰ পৰা দেখা যায় যে কোনো কোনো অঞ্চলত কিছুমান নতুন নতুন শব্দৰ ব্যৱহাৰ চলি আছে। তলত সেইবোৰৰ কেইটামান উল্লেখ কৰা হ'ল :

গুজৰ 'গাহৰি' ( গোৰীপুৰ ), বাৰা ( বঙ্গাইগাওঁ )
মৈশাল 'ম'হৰখীয়া ( গোৰীপুৰ ), লাখোলিআ ( বঙ্গাইগাওঁ )
তেলচোৰা 'পঁইতাচোৰা' ( গোৰীপুৰ ), কুলুঙা ( বঙ্গাইগাওঁ )
হাত্তা 'কলৰ আখি' ( গোৰীপুৰ ), আখা ( বিজনী )
ঢেৰস 'ভেন্দী' ( গোৰীপুৰ ), ভেন্দি ( বঙ্গাইগাওঁ, বৈটামাৰী )
ঢে'ৰাট 'গেদগেদী' ( গোৰীপুৰ ), ঘাগ্‌সি ( বঙ্গাইগাওঁ ), নিনপাৰি (বৈটামাৰী)
লোম 'নোম' ( গোৰীপুৰ ), ভোমা ( বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী ),
ভুও ( ধুবুৰী )
চান 'জোন' গোৰীপুৰ, জোনাক ( বঙ্গাইগাওঁ, বাসুগাওঁ, বৈটামাৰী,
বিজনী, অভয়াপুৰী ), জোন/জন ( ধুবুৰী )
এন্দুৰ/ইন্দুৰ 'এন্দুৰ' ( গোৰীপুৰ ), নিগুত ( শালকোছা, চাপৰ )
চোক 'উক' ( গোৰীপুৰ ), উৰাত ( মাণিকা-চৰ )
খুটি 'মাটিৰ সৰু পাত্ৰ' ( গোৰীপুৰ ), ভুৰকা ( কৃষ্ণাই )
ভে'ৰ 'বোকা' ( গোৰীপুৰ ), চহলা ( কৃষ্ণাই )
নাটা 'চকুৰমণি' ( গোৰীপুৰ ) ভাইআ/মোনি ( শালকোছা )
শাগাই 'আলহী' ( গোৰীপুৰ ), গুস্তি ( বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী,
ধুবুৰী ), পৰঘাসি ( মাণিকা-চৰ )

১০২. গোৱালপৰীয়া ভাষাটো গোৱালপাৰা-জিলাত ( অবিভক্ত ) বাস কৰা বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ লোকসকলে কয়। এইটো কোনো এক বিশেষ সম্প্ৰদায়ৰ ভাষা নহয়। মুছলমান লোকসকলেও একে ভাষাটোৱে কয়; মাত্ৰ তেওঁলোকৰ সম্বন্ধ-বুজোৱা শব্দ কিছুমান সুকীয়া; যেনে, বাবা>আব্বা; পিশা>ফুৱা/ফুৱে, পিশি>ফুফু; আবো>নানি, আতা>নানা। গোৰীপুৰ-অঞ্চলৰ মুছলমান লোকসকলে 'জল'ৰ ঠাইত 'পানি' আৰু ডিমাৰ' ঠাইত 'ৰুস' শব্দ ব্যৱহাৰ কৰে। প্ৰত্যেক ঠাইতে আন ঠাইত ব্যৱহাৰ হোৱা শব্দ কিছুমানৰ মিশ্ৰণ ঘটা দেখা যায়; যেনে; সে'কা/খাৰ। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পশ্চিম-গোৱালপৰীয়াৰ পশ্চিম-পশ্চিমীয়া ভাগটোৰ নিচিনা মাণিকা-চৰ অঞ্চলতো শব্দৰ আৱস্তুলিত থকা 'ৰ' ধ্বনিৰ লোপ

হোৱা দেখা যায় , যেনে, বাখোৱাল>আহোৱাল>আহল 'পৰখীয়া' . বাত্তি> বাইত >আইত। তেনেদৰে অন্ত্য 'আ' ধ্বনি>এ' , যেনে, গুৱা>গুএ' 'তামোল'। মাণিকাচৰৰ ওচৰৰে ঠাকুৰণবাৰীৰ এগৰাকী মহিলাৰ মুখত কেইটামান ধ্বনিৰ বিশেষ ধৰণৰ পৰিবৰ্তন ঘটা দেখা গৈছিল , যেনে, পাটা>পাডা, পাঠা>পাডা , ভোটা>ভোড়া।

১০৩. গোৱালপৰীয়া ভাষাটোৰ অনুসন্ধানে এইটোও স্পষ্টকৈ দেখুৱায় যে ভাষাটো পশ্চিম ফালৰ পৰা পূৰ্বৰফালে গতি কৰিছে আৰু অৱশেষত কামৰূপী উপভাষাৰে সৈতে মিলি গৈছে। তলত উল্লেখ কৰা শব্দবোৰৰ বিকাশৰ ধাৰাটোৱে তাক প্ৰমাণ কৰিব :

(১) শেশা 'শহা-পহু' (গৌৰীপুৰ), শাশা (বিলাসীপাৰা, শালকোছা, চাপৰ), সাসা (বৈটামাৰী), সাহা (বঙ্গাইগাওঁ), সাহা (বিজনী), সঁহা (অভয়াপুৰী), সহা (দুধনৈ), সহা (কামৰূপী)।

(২) হাশি 'মাইকী হাঁহ' (গৌৰীপুৰ), হাশিনি (বিলাসীপাৰা, শালকোছা, চাপৰ), হাশিনি (বৈটামাৰী), হাসিনি (বাসুগাওঁ), হাহিনি (বিজনী), হাইহনি (কাম)।

(৩) শিপা 'শিপা' (গৌৰীপুৰ, বৈটামাৰী), শিআ (বিলাসীপাৰা, শালকোছা, চাপৰ), সিআ (বঙ্গাইগাওঁ), সিহা/সিআ (দুধনৈ), সিআ ৰ (কাম)।

(৪) চোক 'চকু' (গৌৰীপুৰ), সোকু (বিলাসীপাৰা, শালকোছা, চাপৰ), সোকু (বৈটামাৰী, বঙ্গাইগাওঁ, বিজনী), সোকু/সোখু (দুধনৈ), সোখু (কাম).

(৫) হাড্ডি 'হাড়' (গৌৰীপুৰ), হাড়া (বিলাসীপাৰা, শালকোছা, চাপৰ), হাড়া (বঙ্গাইগাওঁ, বিজনী, অভয়াপুৰী, দুধনৈ), হাৰা (কাম.)

(৬) কাশা 'কাঁহ' (গৌৰীপুৰ), কাশা (বিলাসীপাৰা, শালকোছা, চাপৰ), কাস (বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী), কাহ (দুধনৈ), * কাহা, কাঁহা (কাম.)

(৭) ছাত্তি ছাত্তি' (গৌৰীপুৰ), সাত্তা (বিলাসীপাৰা, শালকোছা, চাপৰ), সাভা (বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী), সাত্তা (কাম)

(৮) ঝাপি জাপি' (গৌৰীপুৰ), ঝাপি (বিলাসীপাৰা, শালকোছা, চাপৰ) জাপি (বঙ্গাইগাওঁ, দুধনৈ) জাপি (কাম.)।

(৯) চাউল 'চাউল' (গৌৰীপুৰ), সাউল (বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভায়াপুৰী, দুধনৈ), সাউল (কাম.)

(১০) শাপ 'সাপ' (গৌৰীপুৰ, বৈটামাৰী), সাপ (বঙ্গাইগাওঁ, বাসুগাওঁ, অভয়াপুৰী, দুধনৈ), সাপ (কাম.)।

১০৪. উত্তৰ-বঙ্গৰ ভাষা আৰু কামৰূপী উপভাষাৰে সৈতে ঘনিষ্ঠভাৱে সম্পৰ্ক স্থাপনৰ দ্বাৰা গোৱালপৰীয়া ভাষাটোৱে প্ৰাচীন কামৰূপৰ ভাষাৰ প্ৰতিনিধিস্বৰূপে মৰ্যাদা বহন কৰিছে। এই ভাষাটোৱে লোক-সাহিত্য আৰু প্ৰাচীন অসমীয়া সাহিত্যত ব্যৱহাৰ হোৱা অনেক প্ৰয়োগ সংৰক্ষণ কৰিছে। গোৱালপৰীয়া ভাষাটোতে মাগধী প্ৰাকৃতৰ বিশিষ্ট ধ্বনি ( তালব্য শ )ৰ এতিয়াও ব্যৱহাৰ হৈ আছে। মূৰ্ধন্য ট, ঠ, ড আদি ধ্বনিও সমগ্ৰ গোৱালপৰীয়া ভাষা কোৱা অঞ্চলত বৰ্তি আছে। এইদৰে গোৱালপৰীয়া উপভাষাটোৱে অসমীয়া ভাষাৰ বুৰঞ্জীত এক বিশেষ স্থান অধিকাৰ কৰিছে।

## কাছাৰী উপভাষা

১০৫. কাছাৰ-জিলাত প্ৰধানকৈ তিব্বতবৰ্মীয় শাখা পৰিয়াল আৰু আৰ্য-শাখা-পৰিয়ালৰ ভাষা কোৱা হয়। তিব্বতবৰ্মীয় শাখা পৰিয়ালৰ ভাষাৰ ভিতৰত ডিমাছা আৰু মেইতেই প্ৰধান, আৰ্য-শাখা-পৰিয়ালৰ ভিতৰ' অসমীয়া ভাষাই কাছাৰ জিলাত সুকীয়া স্থান লাভ কৰিছে। ঐতিহাসিক যুগৰ পৰা কাছাৰৰ লগত অসমৰ বিশেষকৈ পশ্চিম-অসমৰ ঘনিষ্ঠ সম্পৰ্ক সংঘটিত হয়। কাছাৰত কোচ বা দেৱান-জাতিৰ ৰাজত্বও চলিছিল। তাৰ ফলত পশ্চিম অসমৰ পৰা গৈ অনেক লোকে কাছাৰত বসবাস কৰাৰ সুবিধাও পায়। ইপিনে ইংৰাজ-ৰাজত্বৰ আগতে কাছাৰ আছিল স্বাধীন ৰাজ্য। স্বাধীন হ'লেও কাছাৰৰ ৰজাসকলে আহোম ৰজাসকলক সাৰ্বভৌম বুলি মানি লৈছিল। মোৱামৰীয়া-বিদ্ৰোহৰ কালছোৱাত বহুত অসমীয়া মানুহে কাছাৰত আশ্ৰয় লৈছিল। সেইবোৰ শৰণাৰ্থী আছিল সাধাৰণ স্তৰৰ অসমীয়া মানুহ, বিষয়া শ্ৰেণীৰ নহয়। সেইবোৰ অসমীয়া মানুহৰ উত্তৰপুৰুষসকলে কাছাৰত বসবাস কৰিছে। মধ্য-যুগত ব্ৰহ্মপুত্ৰ-উপত্যকা আৰু বৰাক-উপত্যকাৰ নাথ-যোগী-সকলৰ মাজত বৈবাহিক সম্পৰ্ক আছিল।[৭৫] অসমৰ আন ঠাইৰ পৰা অহা লোক আৰু কাছাৰৰ স্থানীয় লোকসকলৰ বসবাসৰ ফলত কাছাৰত অসমীয়া ভাষাৰ সুকীয়া ৰূপ এটাই গঢ় লয়। এই ভাষাটোক কোনো কোনোৱে দেৱান ভাষা বুলিছে। এই ভাষাটোৰ লগত অসমীয়া মান্যভাষা আৰু পশ্চিম অসমৰ উপভাষাৰ ঘনিষ্ঠ সম্পৰ্ক দেখা যায়।

৭৫ চট্টোপাধ্যায় সুহাস : (১) অসমৰ বিভিন্ন জন গোষ্ঠীৰ অসমীয়া ভাষাৰ প্ৰয়োজনীয়তা ( প্ৰবন্ধ ): অসম বাণী : ১৩ ফেব্ৰুৱাৰী, ১৯৮৭
(২) কাছাৰ অসমৰ অবিচ্ছেদ্য অঙ্গ-সাংস্কৃতিক আৰু ঐতিহাসিক দিশ ( প্ৰবন্ধ ): বহবেকীয়া মুখ-পত্ৰ : অসম-সাহিত্য-সভা, শিলচৰ শাখা ১৯৮৬-৮৭।

(ক) গছ-গছনিসম্পৰ্কীয় শব্দ ঃ সউৰা, সৰল, পিয়াল, খৰ, নিখৰ, খৰ্জ্জুৰ, শাল, তাল, তমাল, গমাৰি, বীজপুৰ, অশ্বথ, কপিথ, বট, নাৰঙ্গ, বদৰ, তেতেলি, গুৱা, কৰ্দ্দৈ।

(খ) ফল-ফুল-যুক্তোৱা শব্দ ঃ আম, জাম, জাম্ব, লেটেকু, পনিয়াল, তাম্বুল, কণ্ঠাল, নাৰিকল, মধুফল, কমলা, শ্ৰীফল, জাই, যুতি, বকুল, বন্দুলি, কাঞ্চন টগৰ, কুন্দ, গুটিয়ালী, সেৱালী, অশোক, পলাশ, নাগেশ্বৰ, চম্পক, ওৰ, কমল, পদ্ম, জল-পদ্ম, স্থল-পদ্ম, কদম্ব, মালতী।

(গ) চৰাই-চিৰিকটিসম্পৰ্কীয় শব্দ ঃ কঙ্ক, বক, কাক, কোকিল, গৃধ্ৰ, শুকসাৰি, খঞ্জন, ৰাজহংস, চক্ৰবাক, ময়ুৰ, মৈনা, চোণ্ডা কাক, সাৰস, ডাউক, সৰালী, কোৰা, ভেলা, ঘোগ, পাতি কাউৰ, পানী-কাউৰ, মৎসৰঙ্গ, মাছৰকা, ময়না, ভাটৌ, চুটিয়া-শালিকা, কপৌতি, শগুণ।

(ঘ) জীৱ-জন্তু-যুক্তোৱা শব্দ ঃ ব্যাঘ্ৰ, বাঘ, ঘোড়, বৰাহ, ভালুক, গণ্ড, গৰ্দ্দভ, শৃগাল, মহিষ, সিংহ, কুঞ্জৰ, হস্তী, গজ, ঘোড়া, ঘোটক, উট।

(ঙ) অঙ্গ-প্ৰত্যঙ্গ-যুক্তোৱা শব্দ ঃ চক্ষু, চকু, নয়ন, কৰ্ণ, নাক, নাসিকা, নাসা, জিহ্বা, গল, কৰ, হাত, মুখ, জঙ্ঘা, জঘন, উৰু, পাৰ, ভৰি, দশন, মাথা, কপাল, শিঙ, লেজ, ঘাৰ, কণ্ঠ, চিবুক, শিৰ, গাল, পেট, গ্ৰীৱা, ভুজ, বাহু, কৰ-তল, অঙ্গুলি, বক্ষ-স্থল, কমৰ, নখ, কেশ, লোম, দন্ত, অধৰ, চৰণ, পদ-তল, ওঠ, ভ্ৰূ, উদৰ, নাভি, কঙ্কাল, নিতম্ব।

(চ) জাতি-ব্যৱসায়সম্বন্ধীয় শব্দ ঃ ব্ৰাহ্মণ, ক্ষত্ৰ, বৈশ্য, শূদ্ৰ, কায়স্থ, নট, ভাট, তেলী, তাঁতী, সোণাৰি, কঁহাৰ, বনিয়া, চমাৰ, কমাৰ, সূতাৰ, ধোবা, কুম্ভকাৰ।

(ছ) যান-বাহনসম্পৰ্কীয় শব্দ ঃ নাৱ, হস্তী, ঘোৰা, ৰথ, ভুৰ, ভেল।

(জ) মাৰ-কিল-যুক্তোৱা শব্দ ঃ লাথি, ভুকু, চৰৰ, কীল, ঘুকুচা, ধৰাকাটি।

ঝ) গালি-শপনি-যুক্তোৱা শব্দ ঃ ভণ্ডিণী, নংগিনি, নিকাকণী, সংহাৰিণী, নিৰ্দ্দয়িনী, ৰাক্ষসিনী, বাঘিনী, দাৰুণী, যক্ষিণী, ডাইনী, পিশাচিনী, ৰণ্ডী, নিলাজী, বৈৰিণী, চাৰী, চণ্ডাল, পাপিষ্ঠ।

ঞ) অলংকাৰ-যুক্তোৱা শব্দ ঃ মুকুট, কুণ্ডল, সাতেসৰি হাৰ, নেপুৰ, কঙ্কণ, কাঞ্চি।

ট) বাদ্য-যুক্তোৱা শব্দ ঃ শঙ্খ, ঢাক, ঢোল, তবল, ডম্বৰ, ভেমচ, কৈমচ, ঝাঝৰ, বেমচি, বাম্ব-তাল, কৰ-তাল টোকাৰি, কেন্দৰা, কত্ৰ, বিপাঞ্চি, দোতৰা, বীণা, বাঁশী, মোহৰী, ঝিঝিৰি, কাহালি, শিঙা, ভেৰী, মৰ্দ্দল, খুমুটি।

ঠ) খেলা-ধূলাসংক্ৰান্ত শব্দ : ভণ্টা, ঝুণ্টি, ঢোপ, লুখি-লুণি, গুৱাল-গুৱালী, জুৱা, পাশা, দলিযুজ, মাল্‌যুজ।

ড) অস্ত্ৰ-শস্ত্ৰ-যুজোৱা শব্দ : ধনু, শৰ, বাণ, খাণ্ডা, যাঠী, মুষল, গদা, মুদ্গাৰ।

ঢ) ধ্বন্যাত্মক আৰু প্ৰতিধ্বন্যাত্মক শব্দ : ভকৰ-ভকৰ (কৰি), ঠাঙ্‌-ঠিঙ্‌, খসমসি, চাটু-পাটু, খসমস (গাৱ), টাব-টুব (কৰি), গিৰ-গিৰ, বাৰু-হাৰু, কান্দন্তে-কাতন্তে, কান্দি-কাতি, ফোঁফা।

ণ) আন শব্দ : গন্ধ, পুষ্প, ধূপ, জীৱন, মন, কাল, শৰীৰ, মন্ত্ৰ, বাক্য, বংশ, প্ৰসাদ, আনন্দ, উৎসাহ, দুখ, পাপ, সত্য, কৃপা, দাস, চিত্ত, মতি, বিধি, পৰিক্ষণ (পৰীক্ষা) দৈব, আকাশ, তাৰা, পৌৰুষ, অঙ্কুশ, দিন, ৰাতি, ৰজনী, শশধৰ, বসন্ত, মমা, খুৰতে, ভাতিজে, আধাৰ, আথান্তৰ, আটাস, আউঠা, হুড়াহুড়ি, হাম্‌লা, ঝামৰ (পৰিল), তুমুল (বোল), পানৈ, পুত্তা, জোক, ইন্দুৰ, গুগুকুৰি (পকৱা), বেজ, ওকণী, লক, ছলি, হাঠু, বাপু, ঘূমটি, ভাটি, ভিটি, ঠোঁঠ, পাখা, লেজ, বটালী, হাঠুৰি, হুমনিশ্বাস, হান্‌, সৰজা, বাত্ৰা, খেৰ, পতান, ঝৰবট, ভেল, তৰ, আঙ্গাৰ, জন্ধা, জোকা, সিথান।

ত) সংখ্যাবাচক শব্দ : এক, দুই, তিনি, পঞ্চ, পাঞ্চ, আঠ, দশ, চৈধ্য, কুৰি, পঞ্চাশ, সহস্ৰ, শতেক, হাজাৰ, প্ৰথম, দশম, দশগুণ, সাতে-পাঞ্চে, তিনিবাৰ।

থ) পুনৰুক্ত শব্দ : হাসো হাসো কৰে, থানে থানে, ঘৰে ঘৰে, বনে বনে, শতেক শতেক (হাত), পঞ্চাশ পঞ্চাশ (হাত), পাঞ্চ পাঞ্চ (আঙুলি), কান্দো কান্দো (মুখ)।

দ) সংযুক্ত শব্দ : ব্ৰহ্মা-হৰ-পুৰন্দৰ, সৃষ্টি-স্থিতি-লয়, গল-পাশ, বাক্য-বহ্নি, বাক্য-অমৃত, পৌৰুষ-অঙ্কুশ, হস্তী-মদ, ৰাম-শোক-ৰবি-জাল, শ্মশান-শালী, অযোধ্যা-নদী, প্ৰজা-অৰণ্য, দশৰথ-জল, ৰাম হিংসা-বায়ু, পাপ-স্বপ্ন।

ধ) পৰ-সৰ্গ আৰু আন অব্যয় শব্দ :

আউৰ : আউৰ মাৰা কিক

আৰৱ : নমিলান্ত বাপক আৰৱ নিজ মাৱ।

উপৰে : বেজাৰ উপৰে

ওৰে : শুন ৱাবি ওৰে

কৰি : বয়সন্ত ৰব মই অভেস্ত কৰি

কাৰণে : কুজীৰ কাৰণে

তো : আমিতো যাইবাক পাৰো

ধৰি : আজি ধৰি তোমাৰ খণ্ডাইবো বাজ নীৰি

মুহি : কটাৰৰ ভৰ মুহি ভুজিবো গৰল

পৰে : মোত পৰে

প্ৰতি : ৰামক আনিবে প্ৰতি

যাই : খেদিয়া মাৰিবো যাই

যেন : মযুৰা ঘুৰয় যেন কুমাৰৰ চাক

লাগি : ভৰত কাচক লাগি, মাৰিবাক লাগি

লাগিয়া : মৰিবাক লাগিয়া গৰল বিষ খাইলি

সঙ্গে : কংহাজ গোময় সঙ্গে

সহিতে : জটায়ু সহিতে

সম : সীতা তোৰ মই সম

হন্তে : জানত মাৰিলি হন্তে

হাতে : মায়েৰৰ হাতে ভই মাগি লজি যাম

হাওৱে : হাওৱে পাপিষ্ঠী

হেন : পেচা হেন শাল, দশৰথ হেন ৰাজা

১৪৪. কন্দলী-ৰামায়ণত তৎসম শব্দৰ প্ৰাধান্যই বেছি যদিও ৰামায়ণৰ শব্দবোৰক তৎসম, অৰ্ধতৎসম, তদ্ভৱ, বিদেশী ( হিন্দী, আৰবী, পাৰছী ) আদি ভাগতো ভাগ কৰিব পাৰি। উদাহৰণ :

ক) তৎসম : গৃহ, বৃক্ষ, তনয়, নন্দন, চুম্বন, নৃত্য, গীত, বাদ্য, জল, সুবৰ্ণ, অগ্নি, বহ্নি, ধুম, শত, ধৃতি, কীৰ্ত্তি, কান্তি, গতি, মতি, নৃপতি, পুষ্প, কাৰ্ষ্ঠ, সৰ্প, কচ্ছপ।

খ) অৰ্ধ-তৎসম শব্দ : ৰতন, দৰিশন, মুগুধ, অগনি, তপত, বৰিষ, হৰিষ, উতপল, ভকত, মুকুতা, শৰল, বেকত, মুকুত, তিৰিপিতি, শুকুল, মুগুত, ৰকত, তিৰী, পৰমাণ, উতপাত।

(গ) তদ্ভৱ শব্দ : বাকলি, বাম, হাত, চকু, লাজ, মাছ, মিছা, আন্ধাৰ, বাতি, জুই, পানি, সুৱাগ।

(ঘ) বিদেশী শব্দ : ডাহিন, পৰদা, দোকান, হাজাৰ, বাজাৰ, বজল, কমৰ, চোট।

১৪৫. কন্দলী-ৰামায়ণত পোৱা বিশেষণাত্মক শব্দ কিছুমান এনেকুৱা : ভাল, সুন্দৰ, মন্দ, ভদ্ৰ, উত্তম, মধ্যম, অধম, জ্যেষ্ঠ, উন্নত, বৃদ্ধ, ভৃত, গভীৰ, কৃশ, অল্প, শোভন, বিমল, চঞ্চল, কোমল, ব্যাকুল, মনোহৰ, মনোৰম, আকুলিত, ক্ষীণ, ক্ৰুদ্ধ,

শ্ৰীমন্ত, বুদ্ধিমন্ত, ৰূপৱন্ত, বলৱন্ত, যশৱন্ত, সসগৰা (পৃথিবী), মুৱন্ত ( কাল )। ইপিনে ক্ৰিয়াবিশেষণাত্মক শব্দ কেতবোৰ এনে ধৰণৰ : কেমনে, কেনে, কেনেকৰি, আথাক/ আথাকে, ঝাণ্ট কৰি, ঘটাং কৰি, এহিবুলি, ছটফটাই, নম্ৰভাৱে, চপকৰে, এহিমতে, সকুটুহে, পুত্ৰৱতে, দিশাদিশি, আবে, যেবে, এবেসে, যৈশানি, তৈসানি, তৈসানিসি, কৈসানি, ঐত, তৈত, কৈত, তহিত, কহিত, কিক, যেনমত, যেনমতে, তেমনে, তাহাতে, কেনমতে, বেগে এতো।

১৪৬ কন্দলী-ৰামায়ণৰ ভাষাৰ প্ৰকৃত স্বৰূপ বুজিবলৈ হ'লে শব্দবোৰৰ পাছত যোগ হোৱা বচন, লিঙ্গ আদি বিষয়ৰ প্ৰত্যয়, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি, ক্ৰিয়াৰ বিভিন্ন ৰূপ, কৃৎ-তদ্ধিত-প্ৰত্যয়, পূৰ্ব-প্ৰত্যয় আদিৰ কথা চাব লাগিব। বহুবচনাত্মক প্ৰত্যয়হিছাপে কন্দলী ৰামায়ণত তলত দিয়া ধৰণৰ প্ৰত্যয়বোৰ পোৱা যায় :

(ক) আহা : সব-আহা>সবাহা, বপা-আহা>বপাহা (ড), ৰাপা-আহা>ৰাপাহা (ৰ), তা-আহা>তাহা (ন ।

(খ) গণ : তাৰাগণ, মন্ত্ৰীগণ, ফেণগণ, পক্ষীগণ।

(গ) চয় : মহাপাপীচয়

(ঘ) জাক : 'জানিয়া বিষয় সুখ এবে সাধুজাক'

(ঙ) থে : আমাথেৰ

(চ) বৰ্গ : বানৰবৰ্গ, পিয়াতিবৰ্গ

(ছ) মানে : 'নদনদীগণমানে পালটিয়া বহে'

(জ বা : ভোৰা ( দুইক )

(ঝ) সকল : স্বামীসকল

(ঞ) সব : মাণিকসব, নটীসব, কন্যাসব, বৃক্ষসব, প্ৰজাসব, ভোমৰাসব

(ট) সৱা : তাসৱা

(ঠ) সা : তোমাসা

১৪৭. দ্বি-বচন বুজাবলৈ হ'লে যুগ, যুগল আদি শব্দ ব্যৱহাৰ কৰা হয় ; যেনে, ভ্ৰুৰযুগ, নয়নযুগল, চক্ষুদুই, মনুষ্যদুই, দুইহস্তবো ( আগে ), দুইহানো ( মুন্ডত ) ; তেনেকৈ তিনিহন্তে ( কান্দিলা )। স্ত্ৰীবাচক প্ৰত্যয়ৰ ভিতৰত ৰামায়ণত -ঈ আৰু -নীৰ ব্যৱহাৰ আছে ; যেনে, পাপিষ্ঠী, প্ৰাণেশ্বৰী, তৰুণী, সুকোমলী, শেনী, নিকাকণী, স্বৰ্ণী, বাঘিনী, গোসানী, সৰ্পিনী, ৰাক্ষসিনী, পাপিনী, যক্ষিণী, পিশাচিনী, ষিভিনী। ৰামায়ণত নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ এনে ধৰণৰ :

(ক) কুণ্ডা : কুৰিকুণ্ডা

(খ) খন/খান : হিয়াখান, ৰথখান, জিহ্বাখান / জিহ্বাখন, কুৰিখান

(গ) খানি : দুইখানি
(ঘ) গোট : পেটগোট, গ্ৰীবাগোট, ৰাত্ৰিগোট, নাকগোট, জ্যেষ্ঠগোট, দুইগোট
(ঙ) গোটা : আঠগোটা, দুইগোটা, কুৰিগোটা
(চ) গুটি / গুটী : কুম্ভগুটী, চৈধ্যগুটি, দুইগুটী
(ছ) জন : দুয়োজন
(জ) টী : পাক্ষটী
(ঞ) টো : সাতোটো
(ট) পাট : শূলপাট
(ঠ) পান্তি : দুইপান্তি ( দশন )
(ড) যুৰি : পানৈযুৰি, পাদুকাযুৰি

১৪৮ পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয়হিচাপে কন্দলী-ৰামায়ণত এনেধৰণৰ প্ৰয়োগ দেখা যায় ; যেনে, ভায়ক, ভায়েক, বাপেৰ, মায়েৰ আদি। শব্দ-বিভক্তিৰ ক্ষেত্ৰত মাধৱ কন্দলীয়ে প্ৰধানকৈ এইকেইটা শব্দ-বিভক্তি ব্যৱহাৰ কৰিছে :

প্ৰথমা : এ : কন্যাসবে পাৰিল বাটত নেতপাট, দশৰথে বোলন্ত।

দ্বিতীয়া : -ক/- ক : ৰামক ৰথত তুলি আনিও সত্বৰ। সাদৰিলা তাঙ্ক ৰামে সহৰিষ মনে।

ষষ্ঠী : -ৰ/- ন : ৰাম সীতা প্ৰবেশিলা ৰাজাৰ মন্দিৰি, তাহাৰ তনয়, তোহোৰ বাপৰ। জ্যেষ্ঠ ভাই ৰাখি তান ভাৰ্য্যা নিলা কাঢ়ি, নাৰদ তনত তান তনয়ক লাগি।

সপ্তমী : -ই/-ত : ৰাম সীতা প্ৰবেশিলা ৰাজাৰ মন্দিৰি। চৰণত ধৰো তোৰ কৃপা কৰ মোক, তপত খোলাত কৰে মাছ যেনমত।

১৪৮.১ কেতিয়াবা প্ৰথমা বিভক্তি—এৰ দ্বাৰা তৃতীয়া আৰু সপ্তমী বিভক্তিৰ আৰু সপ্তমী বিভক্তিৰ দ্বাৰা দ্বিতীয়া আৰু চতুৰ্থীৰ কাম চলোৱা হয় ; যেনে,

(ক) কণকে ৰচিত ধ্বজ, পেতেনেতে মণ্ডিত, কুন্দকৰজালে, পৌৰুষ অদ্ভুতে
(খ) দশৰথ গৃহে লীলাৰূপে অৱতৰি।
(গ) ৰাজাত কহিয়া গুৰু গৃহত প্ৰবেশ, ভৰতৰ ঠাইত কুন্তীয়ে
পুছে কাজ, ৰাম লক্ষণত পাছে পুছিলন্ত ৰঘুমনে।
(ঘ) শীঘ্ৰে ৰাজ্য লৈয়োক দেশত নাহি যায়।

১৪৮.২ কন্দলী-ৰামায়ণত পঞ্চমী বিভক্তিৰ কোনো চিন নাই। অপাদান-কাৰক বুজাবলৈ কেতিয়াবা ষষ্ঠী-ৰ বা সপ্তমী—ত বিভক্তি আৰু কেতিয়াবা অকল পৰ-সৰ্গ 'হন্তে', নাইবা ষষ্ঠী-ৰ আৰু সপ্তমী 'ত'ৰ পাছত 'হন্তে' ব্যৱহাৰ কৰা হৈছে।

উদাহৰণ :

গ্ৰীবাৰ কাঢ়িয়া হাৰ দিলা তেতিক্ষণে, গুচ ইথানৰ ; দুখত মুকুতি কৰা পিয়াতি-বৰ্গৰ। ভয় হন্তে নৃপতিৰ শিহৰিল গাৱ। স্বৰ্গ হন্তে যেহেন আসিব সুৰৰাজে। সিথানৰ হন্তে মাথা থাকিল বিহৰি। যাত হন্তে ভৈলা তুমি দুৰ্গতি উদ্ধাৰ।

১৪৮·৩ নিমিত্ত-কাৰক বুজাবলৈ দ্বিতীয়া, 'ক' বিভক্তি নাইবা তাৰ পাছত পৰ-সৰ্গ 'লাগি'ৰ ব্যৱহাৰ আছে। দ্বিতীয়া 'ক' বিভক্তিয়ে কেতিয়াবা ষষ্ঠীৰ কামো কৰা দেখা যায়। কেতিয়াবা আকৌ দ্বিতীয়া বিভক্তিৰ ব্যৱহাৰ নোহোৱাকৈও থাকে :

(ক) কৈক গৈলি বাপু তই আমাক বিছুই।
(খ) সত্বৰে চলিও এবে যাওঁ কিষ্কিন্ধাক।
(গ) কিষ্কিন্ধাক লাগি বেগে চলিলা দুন্দুভি।
(ঘ) ভৰত কাচক লাগি হৰাওঁ ৰাম ৰত্ন।
(ঙ) হেমৰন্তে বোলন্ত মই তোক নোহো সম।
(চ) সীতা খুজি ফুৰন্ত ৰামৰ সেনাগণ।

১৪৯ ৰামায়ণত পোৱা সৰ্বনাম শব্দবোৰ এনে ধৰণৰ :

আমি / আমিসব : পাত্ৰসবে আসি আমি আলোচিলো কাৰ্য।
শুনিয়ো ভৰত আমিসবৰ বচন।

আমি ( নম্ৰ অৰ্থত মই ) : কৈকেয়ী নামত আমি চণ্ডালৰ মাৱ।
তথাপিতো আমি পিতৃ বাক্যক ৰেখিব।
তোমাৰ আমাৰ ( মোৰ ) কপালত নাহি যোগ।

আপুনি ( নিজে ) : আপুনি সকলে জানা কি কহিবো আৰ।
মোৰ বনবাস সিটো আপুনি খাটিব।

আপন : আপন নাকৰ শোণিতৰ গন্ধে।

ই : ই লাজত কৰি মোৰ মৰণেসে ভাল।

ইটো : ইটো বচনক আমি কেনে পতিয়াওঁ।

ইসব : মাতৃসে দিয়াইল মোক ইসব সংসাৰ।
ইসব অৱস্থা দেখি কেনে জীও প্ৰাণে।

ইহান : ইহান প্ৰসাদে দুৰ্গতিত ভৈলো পাৰ।

ইহাঙ্ক : ইহাঙ্ক বোলন্ত ৰাম।

এই : কিনো ৰামী পাইলে এই কত ভণসাই

এহি : এহি বুলি তেজি বীৰ দীৰ্ঘ নিশ্বাসক।

এহো : কলহত প্ৰিয়া এহো প্ৰচণ্ড প্ৰভাৱ।
কাহাকো/কাকো : কাহাকো মাৰিবো কাকো কমণ্ডলু ধৰি।
কেহো : সীতাৰ ৰূপক কেহো নুহি সৰিবৰি।
কেহো নৃত্য কৰে কেহো আনন্দ বধায়।
কোন : ঐত আছে কোন কাম।
তই : সীতাক ৰাখিবি তই। তই চাল বিষ।
তযু : তযু জায়া সীতা দেবী হন্ত মহাশান্তী।
তাই : ৰাৱণৰ মাতৃ তাই বুলিয়া নৈকষী।
তাহান/তান : তাহান বচন ৰাখি। তান বোল হেলা কৰি।
তাহাঙ্ক/তাঙ্ক : তাহাঙ্ক খোজন্তে আমি ফুৰু বনে বনে।
ৰাজা যুধিষ্ঠিৰে তাঙ্ক ভালে সাদৰিল
তাক : সীতাৰ নিমিত্ত তাক ৰাখিব কমনে।
তাহাৰ/তাৰ : ৰাম ৰাজা ভৈলে পাচে তাহাৰ তনয়।
সুমৰিয়ো প্ৰভু তাৰ সময় মিলিল।
তাসৱা : পাছে মই তাসৱাত পুছিলোঁ বাত্ৰাক।
তুমি : তুমিও বুলিলা বৰ নৈবো আনধন।
তোমাৰ : তোমাৰেসে আজ্ঞা পালি অন্ন পান কৰে।
তোমাসাৰ : তোমাসাৰ দেখোঁ আজি প্ৰসন্ন বদন।
তোমৰা : তোমৰা যে কোন দুই হয়ে কিবা নাম।
তোমৰাসব : তোমৰাসববো যেন স্বামী আদিদেৱ।
তোহোৰ/তোৰ : তোহোৰ বাপৰ ভাই জগত বিদিত।
তোৰ কুজণ্ডী তত্ত্ব সুৱৰ্ণে বান্ধিবো।
তোক : অন্তেষপুৰত তোক কৰিবো প্ৰমুখী।
তোত : কোননো বাপেৰে তোত মাগিলেক ৰাজ।
তোৰা : তোৰা দুইক মাৰি কন্যা কৰো উপভোগ।
তেহোঁ : তেহোঁ দুই সমে মই ভৈলোঁ দৰশন।
মই : বাপৰ আদেশ মই কেনে পৰিহৰো।
মোহোৰ মোৰ : মোহোৰ আগত আসি বোল নিকাৰণ।
মত বহু ভণ্ডাৰ আছয় এথা মোৰ।
মোহোক/মোক : কেহো নোহে শকত মোহোক বাহুবলে।
পূৰ্ব্বত নৃপতি মোক দুই বৰ দিল।

যোত : যোত নুবুলিলা তুমি ভৰতৰ কাজ।

যি : যি বোল বুলিলা গুহ উচিত তোমাৰ।

যিটো : ৰামায়ণ কথাক শুনয় যিটোজনে।

যাহাৰ : যাহাৰ লীলাৰ কেহো নপাৱন্ত অন্ত।

সকল : মোৰ হাতে সকল ভাৱনা হৈব চূৰ।

সিটো : মোৰ বনবাস সিটো আপুনি খাটিব

সেহি : সেহি নাৱে ভৈলা গুহ আপুনি কাণ্ডাৰ।

১৫০. কন্দলী ৰামায়ণত পোৱা ক্রিয়া-ৰূপবোৰক এনেধৰণে দেখুৱাব পাৰি :

(১) বর্তমান-কাল : আছন্তি : কৌশল্যা সুমিত্রা মাৱ ভালে কি আছন্তি।

আছন্ত : সিংহাসনে বসিয়া আছন্ত দশৰথ।

কৰোঁ : হেন ৰামপদে কৰোঁ কোটি নমস্কাৰ।

কৰোহো : কৰোহো শপত গুৰু তোমাৰ আগত।

কৰে : তোমাৰেসে আজ্ঞা পালি অন্নপান কৰে।

ঘূৰয় : মস্থৰা ঘূৰয় যেন কুমাৰৰ চাক।

চাস : পঢ়িবাক চাস বেদ।

থৰে : কৈত লুকাই থৰে।

দেউ : মেক গিৰি উপাৰি আগত দেউ আনি।

দিয়ে : ভায়েকক দিয়ে ৰাজ।

নেই : দুই হাতে ধৰি নেই।

নুবুজোহো : তথাপিতো নুবুজোহো কুমাৰ স্বভাৱ।

যাওঁ : তযু আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি।

যান্তি : ক্রন্দন কৰিয়া যান্তি।

শুনৈ : তৈত শুনৈ নৃত্যগীত।

হাস্থন্ত : হেন ৰামে কিমতে হাস্থন্ত তুমি পাৱে।

( অনুজ্ঞা ) : কহিয়ো : ভৰতৰ যত কথা কহিয়ো আমাত।

চলা : অযোধ্যাক লাগি চলা উভতি ভৰত।

চাহা : চকু মেলিয়া চাহা।

থাক : তই থাক ইথানত।

বাহুবাৰ : বধ বাহুবাৰ।

যাব : নাহি যাব।

লৈয়োক : শীঘ্রে ৰাজ্য লৈয়োক।

দেওক : ৰাজ্য দেওক।

শুনহু : বচন মোৰ শুনহু।

(২) ভূত-কাল : কৰিল : আপোনাৰ আচাৰ কৰিল নাৰীগণে।
কৰিলা : সবাহাক কৰিলা প্ৰণতি।
কৰিলো : কৰিলো ৰাজ্যৰ উপভোগ।
গৈল : গগনে উধাই গৈল।
যেলাইলন্ত : তৃণৰ শয্যাত ৰামে যেলাইলন্ত গাৱ।
চালিলন্ত : ৰাজা চালিলন্ত গাৱ।
দিলেক : দিলেক আটাস।
দিল : জানকীক ৰক্ষা দিল।
ধৰিল : ৰামক আনিয়া ৰাজা আলিঙ্গি ধৰিল।
পৰিল : স্বৰ্গৰ খণ্ডেক যেন ভূমিত পৰিল।
পাৰিল : কন্যাসবে পাৰিল বাটত নেতপট।
ভৈল : তোমাৰ আমাৰ এবে ভৈল পৰিচ্ছেদ।
ভৈলা : সেহি নাৱে ভৈলা গুহ আপুনি কাণ্ডাৰ।
ভৈলো : বৃদ্ধ ভৈলো।
ভৈলি : তই ভৈলি সোণগুই।
ভৈলাহা : তুমি ভৈলাহা তস্কৰ।
ভৈলন্ত : ভৰদ্বাজ থানে গৈয়া প্ৰবেশ ভৈলন্ত।
লইল : জোৰধাইবে লইল।
লৈলেক : আঠগোটা শিক্ত সিটো কপালে লৈলেক।
শুনিলো : ডাক শুনিলো শ্ৰৱণে।
হৰিলাহা : পৰনাৰী হৰিলাহা
(৩) ভবিষ্যত-কাল : এৰিবোহো : আমি কেনে এৰিবোহো বাপৰ বচন।
কহিবি : স্বৰূপ কহিবি কিছু নুবুলিবি মিছা।
দিবো : কালি শুভ দিনত তোমাক দিবো ৰাজ্য।
নজাইবে : তথাপিতো নজাইবে মোহোৰ অঙ্গীকাৰ।
পৰিব : সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
পাৰিবি : ভালে দুইকো পালিবি।
ভূঞ্জিবো : কটাৰত ভৰ নুহি ভূঞ্জিবো শৰল।
যাইব : ভৰত বনে যাইব।
হৈবাহা : তুমি ৰাজা হৈবাহা।
হৈবোহো : কালি ৰাজা হৈবোহো।

(৪) সংযুক্ত ক্ৰিয়া-ৰূপ : খুজি ফুৰ্, ঘামৰ পৰ্, গা ঘেলা, পিঠি দি, আল ধৰ্, লাগ পা, উধাই যা, সেক দি, আটাস পাৰ, ৰঙ্গ চা, সেৱলি কৰ্, চাপৰি বজা, কৰিবাক পাৰ্, পেলাইতে পাৰ্।

(৫) নাম-ধাতুৰ পৰা হোৱা ক্ৰিয়া-ৰূপ : খঙ্গাইল, পুহাইল, ক্ৰোধিয়া, প্ৰণামোহো, অনুভৱি, বিনাশি, পূৰিল, বেলেগাৰে, হুমিলা।

(৬) নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপ : নলাগে, নজান, নজানোহো, নপাৰোঁ, নলখোহোঁ, নাজানস, নেদেখো, নেৰে, নেৰয়, নুশুনস, নুবুজস, নিদিবাহা, নোবোলোহো, নিদিল, নোশোভে।

(৭) অসমাপিকা ক্ৰিয়া-ৰূপ : দেখিয়া, বৰ্ণাই, কৰিয়া, ধৰিয়া, গৈয়া, পায়া, বাহুৰায়া, শুতি (আছে), বসি (আছে), আন্ধাৰ ফেঢ়িয়া, তিমিৰ ফাৰিয়া, কহিলে।

(৮) তুমুনন্ত ক্ৰিয়া-ৰূপ : যাইবাক (নাই দিশ), দিবাক (ভৈলা মন), নিবাক লাগি, মৰিবাক লাগিয়া, জোৰবাইবে (লাইলা), আনিবে প্ৰভি, বাৰিতে (নপাৰো), যাইতে (নুযুৱাই), বাধিবাক (নুজুৱায়), জীবাৰ, পৰীক্ষিত (আসিলি ভৰত তই মোক পৰীক্ষিত), বুলিতে (লৈল), খুজিত (যৈসানি খুজিত মোক আইলা হনুমন্তে)।

(৯) কৃদন্ত ৰূপ : পূজন্তে, যুজন্তে, ভ্ৰমন্তে, ফুৰন্তে, হাসন্তে, নাচন্তে, গাৱন্তে, বাখন্তা, আসিবাৰ (বাৰ্ত্তা), মৰিবাৰ (বেলা), যমে দিবা (শৰ), দেৱৰাজে দিবাৰ (সন্নাহা), ৰাঘৱে পঠাইলা জাম্ববন্তক পাইলন্ত।

১৫১. কন্দলী ৰামায়ণত লক্ষ্য কৰিবলগীয়া আন কিছুমান ৰূপতাত্ত্বিক লক্ষণৰ নিদৰ্শন তলত দিয়া হল :

(১) তুলনা-বুজোৱা ৰূপ : (ক) বয়সত বৰ মই ভৰতত কৰি।

(খ) ই লাজত কৰি মোৰ মৰণেসে ভাল।

(গ) মোত কৰি বলত অধিক বালী বীৰ।

(ঘ) মোত পৰে তোৰ আৰ নাই গুৰুতৰ।

(ঙ) আমাৰো ৰামত পৰে আন নাই কেৰ।

(২) জোৰ-বুজোৱা ৰূপ : (ক) ও : সুমন্তেয়ো বুলিবাক লৈলা

(খ) সি : ভৈলানিসি হৈব তোৰ শাপৰ উদ্ধাৰ

(গ) সে : তোমাৰেসে আজ্ঞা, পুত্ৰান্তেৰে মুক্তি।

(ঘ) হি : কদৰ্থ পুৰাৰিত সৰ্বহি মিলিল।

(৩) চৰ্তসাপেক্ষতা : (ক) জানিলা মাৰিলি মোৰ তনয় তাপস।
শৈল হন্তে নৰকে পূৰুষ চতুৰ্দশ॥
(খ) হনুমন্তে নকৰিল হন্তে হেন কাম।
বিভীষণে কেনমন্তে পাইল হন্তে ৰাজ॥
(গ) সীতাক হৰিলি হন্তে মোহোৰ আগত।
তোক থান দিলো হন্তে যম কৰণত॥

(৪) স্বাৰ্থিক প্ৰত্যয় : -হো,-হা : জানিলোহো, প্ৰণামোহো, মোৰোলোহো, যুঝুজোহো, নলখোহো, হৈবোহো, হৈবাহা, ফুৰাহা, শুনিলাহা, পালিবাহা, দিবাহা, কৰাহা, যাহা।

(৫) কৃৎ-তদ্ধিত-প্ৰত্যয় : (ক) খোচনি, চিনন (নবায়), কাটন (পৃথিৱী কাটন দেহ), নুমাইল (নুমাইল অগনি যেন জ্বালিল চুলাই), ৰবন, মুজাৰ।
(খ) বিহুতা (স্বামী), দেৱৰী, নাৱাৰ, নাৱাৰা, সেৱলি (কবিলা), সোণাৰি, তেলী, কঁহাৰ, চমাৰ।

(৬) পূৰ্ব-প্ৰত্যয় : স : সকুটুম্বে, সহবিষমনে, সসৈন্যে, সশৰীৰে, সসগৰা (পৃথিৱী)
অ : অকণ্টকে।

(৭) বিশিষ্ট প্ৰয়োগ : (ক) ভাৱ-বাচ্য : চন্দ্ৰাৱতী ৰজনী দেখিয় বহুদূৰ।
ৰাৱণৰ মাতৃ তাই বুলিয়া নৈকষী।
(খ) লুকাই এৰো : ৰাম লক্ষ্মণৰ নাম লুকাই এৰো আজি।
থৈ এৰ : স্বাণ্ট কৰি হাতৰ থৈ এৰ ধনুখান।
শুচাই এৰ : পিতৃবৈৰী শুচাই এৰ শৈল্যক উদ্ধাৰি।

১৫২. ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট হয় যে কন্দলী ৰামায়ণত অসমীয়া ভাষাটোৰ এটা পুষ্ট ৰূপ সংৰক্ষিত হৈছে। পৰৱৰ্তী কালত সেই ৰূপৰ কিছু পৰিৱৰ্তন ঘটিছে যদিও সেই পৰিৱৰ্তনৰ ধাৰাৰ বিচাৰৰ লগত কন্দলী ৰামায়ণৰ ভাষাৰ বিশ্লেষণ আৰু আলোচনা অপৰিহাৰ্যৰূপে জড়িত হৈ আছে। মাধৱ কন্দলীৰ পাছত বিশিষ্ট লেখক হ'ল শঙ্কৰদেৱ (১৪৪৯-১৫৬৮ খৃ. অ.)। শঙ্কৰদেৱৰ ৰচনাৰাজি যথেষ্ট বিস্তৃত। এওঁৰ ৰচনাবোৰৰ ভিতৰত বিশেষকৈ অঙ্কীয়া নাট আৰু বৰগীতবোৰত ব্যৱহাৰ কৰা ভাষাটোক 'ব্ৰজবুলি' ভাষা বোলা হৈছে। শঙ্কৰদেৱৰ প্ৰধান আৰু প্ৰিয় শিষ্য মাধৱদেৱৰ এই দুই ক্ষেত্ৰত ব্যৱহাৰ কৰা ভাষাটোকো একে নামেৰে বুজোৱা হয়। পাছৰ আন কেইবাজন কবিয়েও এই ভাষাত গীত আৰু নাট ৰচনা কৰিছে। পণ্ডিতসকলে ব্ৰজবুলি-

ভাষাৰ উৎপত্তি আৰু ব্যৱহাৰ সম্পৰ্কে বিভিন্ন মত দাঙি ধৰিছে। অসমীয়া সাহিত্যৰ বিশেষকৈ এইছটা ভাগত ব্যৱহাৰ কৰা ভাষাটোৰ ব্ৰজবুলি নাম প্ৰথমতে কোনে দিলে জনা নাযায়। কালিৰাম মেধিয়ে লেখিছে: "অসমীয়া নাটকে সাধাৰণ মানুহৰ মন আকৰ্ষণ কৰি ধৰ্মৰ ভাব আৰু অনুভূতি সজাগ কৰে। ই প্ৰধানকৈ কৃষ্ণ-কথাৰ ওপৰত ভিত্তি কৰি ৰচা, উদ্দেশ্য দৰ্শকক কৃষ্ণ-ভক্তিৰ মহিমা আৰু আৱশ্যকতা উপলব্ধি কৰোৱা। অশিক্ষিত পুৰুষ আৰু নাৰীসকলেও যাতে নাটবোৰ বুজি পায় তাৰ বাবে নাটকত এটা সহজ ভাষা প্ৰয়োগ কৰা হৈছে। ইয়াৰ নাম ব্ৰজবুলি। ই কৃষ্ণ-ভক্তিৰ বাবে গোটেই উত্তৰপূৰ ভাৰতত ব্যৱহাৰ কৰা সাধাৰণ ভাষা"[৮৭], ৰাজমোহন নাথে তেওঁৰ সম্পাদিত কালিয়দমন-নাটৰ ভূমিকাত প্ৰাচীন সাধু-সন্তৰ মুখত শুনা পদ কেই ফাকিমানৰ উল্লেখ দিছে।[৮৮] এই পদ কেইফাকিত ব্ৰজবুলি ভাষাক সাধাৰণ গাৱঁলীয়া লোকে বুজিব পৰা বুলি ধৰা হৈছে:

"পণ্ডিতে বুজিবে শ্লোক কৰিল ৰচন
গীত অৰ্থ বুজিবেক দ্বিজ সভ্যগণ॥
ব্ৰজবাসী ভাষাক বুজিবে গ্ৰাম্য লোক
চো মুখা দেখিবেক অজ্ঞ মূঢ় লোক॥"

১৫৩. ব্ৰজবুলি-ভাষাৰ উৎপত্তি সম্পৰ্কে বঙ্গ-দেশৰ পণ্ডিতসকলে সচৰাচৰ এই বুলি মত প্ৰকাশ কৰে যে তুৰ্কীসকলে বঙ্গ-দেশ জয় কৰাৰ পাছত বঙ্গ-দেশৰ সংস্কৃতৰ বিদ্যাৰ্থীসকল শিক্ষা সমাপ্ত কৰিবলৈ মিথিলালৈ গৈছিল। কাৰণ, সেই সময়ত সেই হিন্দু-ৰাজ্যত সংস্কৃতৰ বিখ্যাত পণ্ডিতসকলে বাস কৰিছিল। মিথিলাত সংস্কৃতৰ পণ্ডিতসকলে তেওঁলোকৰ মাতৃ-ভাষাকো কথিত ভাষা হেতুকে অৱহেলাৰ চকুৰে চোৱা নাছিল। বিদ্যাপতি এজন নামজ্বলা সংস্কৃতৰ পণ্ডিত। তেওঁ নিজ মাতৃ-ভাষাত ৰাধা-কৃষ্ণক আদৰ্শ প্ৰেমিক-প্ৰেমিকাৰূপে চিত্ৰিত কৰি বহুতো প্ৰেমৰ কবিতা ৰচনা কৰিছিল। শিৱ-পাৰ্বতী আনকি গঙ্গাক উপলক্ষ্য কৰিও তেওঁ গীত ৰচিছিল। এইবোৰে বঙ্গদেশীয় ডেকা শিক্ষাৰ্থীসকলৰ মন আকৰ্ষণ কৰিছিল। তেওঁ-লোকে নিজৰ দেশলৈ আহোঁতে সেইবোৰ লগত লৈ আহে। সেই গীতবোৰ জনম আৰু উড়িষ্যালৈও নিয়া হয়। গীতবোৰৰ শৈলী বঙ্গ-দেশত চলি থকা অপভ্ৰংশৰ শৈলীৰ সিটিনাই আছিল। সেই বাবে সি বৰ জনপ্ৰিয় হয়। বঙ্গ-দেশত প্ৰচলিত বিদ্যাপতিৰ ৰাধা-কৃষ্ণবিষয়ক কবিতাবোৰৰ উপৰিও বিদ্যাপতিৰ অনুকৰণ আৰম্ভ হয়।

৮৭. কালিৰাম মেধি : 'অঙ্কাৱলী' : পাতনি
৮৮. ৰাজমোহন নাথ : কালিয়দমন-নাট : ভূমিকা, পৃষ্ঠা ৫০

ৰূপত পৰিৱৰ্তিত মৈথিলী ৰূপ এটা দ্বিতীয় সাহিত্যিকভাষাৰূপে পৰিগণিত হয়। সিয়ে বঙলা, অসমীয়া, আৰু উড়িয়া ভাষাৰ স্বৰ-ধ্বনিৰ ৰাশিৰ ওপৰত ভিত্তি কৰি ৰচা অথচ সেই সময়ত এই ভাষাবোৰত প্ৰচলন নথকা কিছুমান পদ-লালিত্য-দান কৰে। ব্ৰজবুলি ( ব্ৰজ বা বৃন্দাবনত ৰাধা আৰু কৃষ্ণৰ প্ৰেম বৰ্ণনা কৰা উপভাষা ) পদ বঙ্গ-দেশত পোন্ধৰ শতিকাৰ শেষৰ পৰা ৰচনা হ'বলৈ ধৰে।[৮৯] আনহাতে "অসমীয়া ব্ৰজবুলিয়ে মিথিলাৰে সৈতে যোগাযোগৰ ফলস্বৰূপে স্বাধীনভাৱে বিকাশ লাভ কৰা যেন লাগে। কিন্তু উড়িষ্যাত হ'লে বঙলাৰ প্ৰভাৱৰ কথা ন্যায়সঙ্গতভাৱে আশা কৰিব পাৰি।"[৯০]

১৫৪. অসমৰ কেইজনমান পণ্ডিতৰ লেখনীতো এই মতবোৰৰ প্ৰতিধ্বনি শুনা যায়। "মধ্য-যুগত নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰধান কেন্দ্ৰ স্থল মিথিলাত এটা সৰ্বমান্য ভাষাৰ সৃষ্টি হৈছিল। কামৰূপৰ পণ্ডিতসকলো মিথিলা বা বিহাৰলৈ গৈছিল আৰু সেই ভাষাটো শিকিছিল। ঘৰলৈ উভতি আহি তেওঁলোকে বিদ্যাপতিৰ অনুকৰণত নিজৰ ভাষাত গীত লেখিবলৈ লয়। কিন্তু তাত মৈথিলী শব্দ-মালাৰ প্ৰাচুৰ্যই দেখা দিয়ে। এইদৰে এটা নতুন উপভাষাৰ সৃষ্টি হ'ল। ইয়াৰ নাম ব্ৰজবুলি, ব্ৰজৰ ভাষা। সাধাৰণতে বঙালী আৰু অসমীয়া বৈষ্ণৱ-কবিসকলে এই ভাষা ব্যৱহাৰ কৰিছিল।[৯১] আকৌ গীত আৰু নাটবোৰ ( শঙ্কৰ-মাধৱৰ ) অসমীয়া আৰু ব্ৰজবুলি-উপভাষাক মিশ্ৰিত কৰি লেখা হৈছে। ভক্তিমূলক ৰচনাৰ বাবে বৈষ্ণৱীয় ভাৰতত ব্ৰজবুলি-উপভাষাটোৱে একপ্ৰকাৰ সাৰ্বজনীন ভাষাৰ ৰূপ লয় আৰু স্থানীয়ভাৱে মাত্ৰ অসমীয়াৰে সৈতেও মিহলি হয়।[৯২]

১৫৫. ওপৰত উল্লেখ কৰা পণ্ডিতসকলৰ মতবোৰৰ পৰা ইয়াকে বুজিব পাৰি যে ব্ৰজবুলি হৈছে মৈথিলীমিশ্ৰিত এটা কৃত্ৰিম সাহিত্যিক ভাষা। অসমীয়া, বঙলা, আৰু উড়িয়াৰ বৈষ্ণৱ-সাহিত্যত মৈথিলী ৰূপ কিছুমানৰ প্ৰয়োগ দেখি কিছুমান পণ্ডিতে এই বুলি ক'বলৈ বিচাৰে যে মধ্য-যুগৰ গোটেই পূৰ্ব-ভাৰতত মৈথিলী ভাষাই সাহিত্যিক ভাষা আছিল।[৯৩] ইপিনে আকৌ মৈথিলী ভাষাত ৰচনা কৰা প্ৰাচীনতম

---

৮৯. S. K. Chatterji: *Languages and Literatures of Modern India*, p. 168

৯০. S. Sen: *A History of Brajabuli Literature*, ch. I. p. I.

৯১ Barua B. K.: *Ankiya Nat*. 1954. Inroduction p 19

৯২ Kakati B.: Review of *Typical Selections from Assamese Literature*, Vols. II and III in the *Cotton College Magazine*. 1925

৯৩ Jha, S.: *The Formation of the Maithili Language*, 1958 p. 29

সাহিত্য হৈছে বৌদ্ধ সিদ্ধাচাৰ্যসকলে ৰচনা কৰা গীতবোৰ। এইবোৰক চৰ্যা-পদ বোলে। চৰ্যাৰ ভাষাক মৈথিলী ভাষাৰ উত্তৰপূৰ্বীয় উপভাষা বুলি কোৱাটো যুক্তিসঙ্গত। মৈথিলীৰ প্ৰখ্যাত কবি বিদ্যাপতি। তেওঁৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তি-পতাকা' প্ৰাচীন মৈথিলী ভাষাত ৰচিত। ইয়াক মৈথিলী অপভ্ৰংশ বুলিও ক'ব পাৰি। 'চৰ্যাপদ'ৰ ভাষা, 'প্ৰাকৃত-পিঙ্গল' আৰু বিদ্যাপতিৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তিপতাকাই' মৈথিলী ভাষাৰ প্ৰাচীনতম যুগৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ মাজত অপভ্ৰংশৰ বৈশিষ্ট্যবোৰ সংৰক্ষিত হৈছে।[১৪] ড° সুকুমাৰ সেনে কয়, "ব্ৰজবুলি-ভাষাৰ ভিত্তিহিছাপে অৱহট্‌ঠ ভাষাৰ পৰম্পৰা আছে। চৰ্যা-পদৰ ভাষাই অৱহট্‌ঠ ভাষাৰ কিছুমান ৰূপৰ নিৰ্দেশ দিয়ে। সেইটো অপ্ৰত্যাশিতও নহয়। কাৰণ, সংস্কৃতৰ উপৰি অৱহট্‌ঠ সাহিত্যিক ভাষা আছিল। চৰ্যা-গীতৰ ৰচক কিছুমানে অৱহট্‌ঠ আৰু সংস্কৃত দুয়োটা ভাষাত ৰচনা যুগুত কৰিছিল। চৰ্যা-পদৰ ভাষা মূলতঃ কথিত ভাষা; কিন্তু লগতে ই এক প্ৰকাৰ সাহিত্যিক ভাষাও।[১৫] এই সন্দৰ্ভত জাহ্নৱীকুমাৰ চক্ৰৱৰ্তীয়ে দিয়া মন্তব্যটো বিশেষভাৱে উল্লেখযোগ্য: "বহুতে ভাবে যে বঙ্গদেশত বিদ্যাপতিৰ অনুকৰণত ব্ৰজবুলি ভাষাই প্ৰসাৰ লাভ কৰে। বিদ্যাপতিৰ মধ্যস্থতাৰ কথা এৰিও এই বুলি ক'ব পাৰি যে চৰ্যা-পদৰ ভাষাটো যিদৰে উত্তৰ-অঞ্চলত প্ৰচলিত অপভ্ৰংশৰ পৰা ক্ৰমবিকশিত সেইদৰে ব্ৰজবুলি—ভাষাটোৰো জন্ম আৰু বিকাশ। চৰ্যা-পদৰ ভাষা আৰু ব্ৰজবুলি-ভাষাৰ মাজত সাদৃশ্য দুৰ্লক্ষ্য নহয়'।[১৬]

১৫৬. বঙ্গ-দেশৰ ব্ৰজ-বুলিৰ কথা এৰি অসমীয়া ব্ৰজ-বুলিৰ কথা চালেও চৰ্যা-পদৰ ভাষাৰে সৈতে ইয়াৰ নিচেই ওচৰৰ সম্পৰ্ক দেখিবলৈ পোৱা যায়। এই সম্পৰ্কত বিশেষ্য, বিশেষণ, সৰ্বনাম, অব্যয়, ক্ৰিয়া আদি শব্দ-ৰূপ, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি আদিক দুয়োটা ভাষাৰ মাজেদি বিচাৰি চাব পাৰি।

১৫৬.১ শব্দ-বিভক্তি: (ক) ষষ্ঠী বিভক্তিৰ ক: হান্দক বাহ্ন (চৰ্যা ১): তুহু ৰামক চৰিত্ৰ কিছু জানয়ে নাহি (ৰা. বি. নাট); জয় জয় জগতক ভকতক ভীতি (কা দ. নাট)।

---

১৪ Ibid: ibid pp. 32. 36. 37. 42.

১৫ : S. Sen History of Bengali Literature, 1960, pp 5-6

১৬ চক্ৰৱৰ্তী, জাহ্নৱীকুমাৰ: 'প্ৰাচীন ভাৰতীয় সাহিত্য ও বাঙালীৰ উত্তৰাধিকাৰ' (২য় খণ্ড), ১ম তাঙৰণ, পৃষ্ঠা ৩৮৯

(খ) সপ্তমী বিভক্তিৰ -এ আৰু-হি : নেউৰ চৰণে (চৰ্যা ১১), চঞ্চল চীঅ (চৰ্যা ১) হিঅহি ন পইসই (চৰ্যা ৬); মেৰি ঘৰে (কা. দ নাট), হৃদয় কমলে (ব গী—শ), ঘৰহি ঘৰহি সব ফিৰত চকোৰা (ব গী—মা)।

১৫৬.২ ক্রিয়া-বিভক্তি : (ক) বৰ্তমান-কালৰ প্রথম পুৰুষৰ-হুঁ, দ্বিতীয় পুৰুষৰ সি, আৰু তৃতীয় পুৰুষৰ-এ, -অ : আমহে ভাল দান দেহু[2] (চৰ্যা ১২), জাসি তোম্বি কাহৰি নাবেঁ (চৰ্য্য ১০), নবএ মুক্তহাৰ (চৰ্যা ১১), হৰিণী বোলঅ (চৰ্যা ৬); মঞি সেৱহু[2] বাম চৰণ তুজা (ব. গী—মা.), আজু কাহাঁ যাসি (ব.গী—মা.), জীবন নাৰহে থোৰ (ব. গী—শ), কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ (ব.গী – শ.)।

(খ) বৰ্তমান-কালৰ অনুজ্ঞাত ব্যৱহাৰ হোৱা দ্বিতীয় পুৰুষৰ-উ,-তু,-হ-হু : জাউ ণ আপে (চৰ্যা ৩৮), বাহতু কামলি (চৰ্যা ৮), বিহৰু পৰম নিবাণে (চৰ্যা ২৮), মা লেহুৰে ৰঙ্ক (চৰ্যা ৩২); দেখু স্বামিক থাতু প্রাণ ৰহে নাহি (কা. দ. নাট), গোবিন্দ মুখ পিউ বোলবে যশোৱা (ব গী—মা.), ধৰতু হৰি চৰণা (ব.গী—শ) যুদ্ধ দেহ (ক, হ নাট), তা দেখহ, শুনহ (ক হ নাট), পামৰ মন ৰাম চৰণে চিত্ত দেহ (ব গী—শ)।

(গ) ভূত-কালৰ তৃতীয় পুৰুষৰ-ল-লা-লী : বাজুলে দিল (চৰ্যা ৩৫), কানেট চোৰে নিল (চৰ্যা ২), জে জে আইলা তে তে গেলা (চৰ্যা ৭) চণ্ডালী লেলী (চৰ্যা ৪৯); উহি বিষ জল পানে প্রাণে ছাড়ি মৰল, কৃষ্ণক প্রসাদে পুনৰ্বাৰ বৰ্তল (কা. দ. নাট), কমল নয়ন বুলি ঘনে ঘন যশোৱা ডাকিতে লৈলা (ব গী.—মা), ভৈলা ক্ষীণ বুদ্ধি অৰ্থ কৰিতে বিচাৰ (ব. গী—মা.), কি ভেলি আজু মেৰি কৃষ্ণ বাপ, কাহা, গেলি (কা. দ. নাট)।

(ঘ) ভৱিষ্যত-কালৰ প্রথম পুৰুষৰ-ব : মই দিবি পিবিচ্ছা (চৰ্যা ২৯); এতিক্ষণ কুণ্ডিনক যাইবোঁ (ক. হ. নাট), তোৰ মাথা খাইবোঁ (কে. গো. নাট), হাম্ নৃত্য কৰব (চোৰধৰা নাট)।

১৫৬.৩ বৰ্তমানকালিক কৃদন্ত : -অন্তে : উজুবাট ভাজন্তে (চৰ্যা ১৫); লাভক চাহন্তে মূল থাটিয় (ক. হ. নাট)।

১৫৬.৪ সৰ্বনাম-শব্দ :

চৰ্যাৰ ৰূপ অসমীয়া ব্ৰজ-বুলিৰ ৰূপ

অপণা : দেখো সো আপুন ঠাম (ব.গী.—শ.); আপনাৰে মই মাগিবোঁ আপুনে (ব. গী.—মা.)

আম্‌হে / আহ্মে : আহ্মাৰ চঞ্চল মন ( ব. গী —মা. )

এহু : শঙ্কৰ এহু অভিলাসি ( ব.গী.—শ. )

কাহি : কাহেক গোৰস পাণ কৰাৱব ( কা. দ. নাট )

কাহেৰি : কৰবো কাহেৰি সাৰ (ব গী. শ। । তু. কাহ্বাৰ (মা. ক)

কেঁ : হামাৰ পুত্রক কে দিয়া যাই ( কা. দ নাট ) ।

কেহো : স্বামীক সঙ্গে সহায় কেহোঁ নাহি. কেহো বোলল (ক. হ. নাট )

কোই : তাপ তাৰক কোই (ব. গী.— শ।

জাহেৰ : জাহাৰ মায়াৰ অন্ত ( ব. গী.—মা. ) ।

জে : যে পৰম পুৰুষ পুৰুষোত্তম ( কা. দ. নাট ) ।

জো : যো হৰি গুণ গায়ী ( ব গী.—শ. )

তই : তই দেখলা অন্তক আও ( ব. গী.— শ )

তঁই : ভজিঁ ৰাম ভজ তেজি মায়া ( ব. গী —শ. )

তা : তা শুনহ ( ক হ. নাট )

তু : তুহু গতি মতি ( ব. গী.—শ. )

তুম্‌হে / তুহ্মে : অবমে তোহ্মাৰ নাম ডাকে (ব. গী. - মা. )

তো : কত তপসাই তোহাক পুত্র পাৱলো ( কা. দ. নাট )

তোহোৰি : তোহাৰি তনয় যদুমণি ( ব গী. মা. ) তোহাৰি চৰণে (কা. দ. নাট।
তু তোহোৰ ( মা ক ) ।

মই : মই হৰি পাপী পামৰ ( ব. গী.—শ'

মেৰি : জৰা মৰণ মেৰি ( ব গী.—শ )

মোৰ : মোৰ ভকতক ঐচন অৱস্থা ( কা. দ. নাট )

সো : সো হৰি মনে মৎস পাওলা ( ব. গী. – মা. )

সব : সব লোক সুখে ৰহে ( কে. গো. নাট )

সে : সে কৃষ্ণক স্বামী বঞ্চিত ভেলি ( ক. হ. নাট )

সোই : সোই সোই ঠাকুৰ মোই ( ব. গী.— শ. )

হাউ : তাক্তে হাম্‌ হৰিণা বেড়াই ( ব. গী.—শ ) ।

**১৫৩.৫ আন শব্দৰ ৰূপ :**

**চৰ্যাৰ ৰূপ অসমীয়া ব্রজ-বুলিৰ ৰূপ**

আইসন : ঐসন পৰম সন্তাপে ( কা. দ. নাট )

আমিআ : ৰাখি অমিয়া ৰস ( ক. হ. নাট )

আলো : আলো মঞি কি কহবো দুখ ( ম. গী—মা )

উপাড়ী : বৃক্ষসব উজড়ি পবে ( কা. দ. নাট)

এক্কু : ভিন একু বহয়ে নপাৰী ( ব গী—শ)

একেলে : আছা শুতিয়া একলে ( ব গী মা. )

কইসন : সহবি কৈসন চিত্ত হামাবি ( ব গী – শ)

কেড়ুআল : শুক কেকৱালি বাম অনুকূল বায় ( ব. গী.—মা।

খাণ্ট : যেন পায়া খট চোৰ ( ব. গী—মা )

গহন গম্ভীৰ : গহন গম্ভীৰ ধীৰ মতি ( শুক ভটিমা-মা )

গেল : নন্দ গেল বাথানে ( ব. গী—মা ) তু গেল ( মনকৰ )

গেলি : কাহা গেলি ( কা. দ. নাট )

গুহাড়া : বাম গোসাঁই কৰহু গোহাবি ( ব. গী—মা. )

গো : আগো মাই তোহাবি তনয় বহুমণি ( ব গী—মা )

ঘালি : ঘালি ঘালি ( ব গী—মা. )

চান্দ : জেনি চান্দ মুখ পেখোঁ ( ব গী.—মা. )

ছাড়ি : বামক ছাড়ি হামাক নিয়া যাব ( বা-বি নাট )

জইসনে : জৈচন গগন বিয়াপী (ব গী.—শ.)

ঠাকুৰ : জায়াব ঠাকুৰ হৰি ( ব.গী—মা. )

নাহি : নাসাত বায়ু খেলে নাহি ( কা.দ—নাট )

নিন্দ : তেজবে কমলাপতি পৰভাত নিন্দ ( ব গী—মা )

পসিআ : খোপি পশিয়ে দেখল ( অ. ভ—নাট )

পহিল : পহিলহি শ্ৰীকৃষ্ণক প্ৰণাম কয়কহু ( পা. হ. নাট )

পেখু : পেখু পেখু দোহো বাক্স আয়ে ( বা. বি. নাট )

ফাড়িঅ : তিমিৰ ফাড়িয়া বাজ ৰবিৰ কিৰণ ( ব গী—মা )
তু ফেড়িআ ( মা ক. )

বাম : বাম কান্ধে লিয়া বেত ( ব গী—শ )

বচ্ছ : হামাবি বচ্ছ বিৰি ( ব গী—শ )

বাপ : আছু যেবি কৃষ্ণ বাপ (কা দ. নাট )।
তু বাপ ( মা. ক. )

বাহুড়ই : বাহুড়ি নাহল ( ক. হ. নাট )। তু বাহুড়োৱা
( মা. ক. ) তু. বাহুড়া ( মনকৰ )

বিনু : গোবিন্দ বিনে নাহি নাহি আন (ক হ নাট)
বিহণি : হামু বিহানত খেৰি খেলাৱত (ব.গী.—মা)
ভইল : সব লোক মহা ভীতি ভেল. হা হা স্বামি কি ভেলি (কা. দ. নাট)। তু ভৈল (মা. ক., মনকৰ)
ভো : ভো ভো সভাসদ (ক হ. নাট)
মুহ : কোন মুহে কহব (বা বি. নাট)
মেলি : চাৰৰ বিহানে কোন মেলি খেনু (কা. দ. নাট)
মেলে : তুৱা ভকতৰ মেলে (ব গী.—মা)
ৰঅনি : দিবস নজায় সুখে নজায় ৰয়নী (ব. গী. · মা.)
ৰে : ৰে মন ৰাম চৰণে ৰতি লাৱত (ব. গী—শ)
লাগি : তোমাক লাগি ৰহৈছে (ৰা. বি. নাট)
সহি : সই, দেখো দেখো দেখো সুন্দৰ কানু (ব.গী—মা)
সাচ মিচ্‌হা : সাচ্চা মিছা সমান কয় ভাৱত (ব. গী.—মা)
সিঞ্চহ : যন্ত্র উপৰে সিঞ্চে হাতে লই (ব.গী.—মা)
শিৰে জল সিঞ্চিল (ক হ.নাট)
হেৰি : তাহে না হেৰি ৰহবি নাহি প্ৰাণে (ৰা. বি নাট)
হোই হামাৰ সামৰ্থ্য কৈচন হোই (ৰা.বি.নাট)
পাৰ কৰেই : পাৰ কৰু হৃষিকেশ (ব.গী.—শ)
কহুন জাই : হৰি গুণ কহণ ন যাই (ক.হ নাট)

১৫৪. ইয়াতে 'শ্ৰীকৃষ্ণকীৰ্ত্তন' গ্ৰন্থখনবো উল্লেখ কৰিব লাগিব। শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা আৰু অসমীয়া ব্ৰজবুলি ভাষাৰ সম্পৰ্কও ঘনিষ্ঠ :

(১) শব্দসম্বন্ধীয় সম্পৰ্ক :

| চৰ্যা-পদৰ ভাষা | শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা | অসমীয়া ব্ৰজবুলি ভাষা |
|---|---|---|
| আম্‌হে | আম্‌হে | আম্‌হাৰ চঞ্চল মন (ব.গী—মা.) |
| গেল | গেল | ভাট নিজ দেশে গেল (ক হ নাট) |
| গেলি | গেলি | কৃষ্ণ বাপ কাহা গেলি (কা দ. নাট) |
| চান্দ | চান্দ | ভেৰি চান্দ মুখ পেখো (ব গী মা.) |
| ছাড়ি | ছাড় | খামক ছাড়ি হামাক নিয়া যাব (বা বি.নাট) |
| তোহোৰি | তোহোৰ | তোহাৰি চৰণে (কা দ. নাট) |
| নিন্দ | নিন্দ | পৰভাত নিন্দ (ব. গী.—মা.) |

| | | |
|---|---|---|
| পাৰ কৰেই | পাৰ কৰ | পাৰ কৰু. হৰিকেশ ( ব গী.— শ ) |
| বাহুড়ই | বাহুড়িআঁ | বাহুৰি (ক হ্, নাট, বাহুড় (মা ক) |
| ভইল | ভৈল | কৃষ্ণৰ ভৈল মন ( কে. গো নাট ) |
| বঅশি | (দিবস) বআশী | (দিবস) নযায় সুখে নযায় বয়নী (ব গী.—শ) |
| লাগি | লাগি | তোমাক লাগি বহৈছে (বা.বি. নাট) |
| সে | সে | সে অনন্ত বীৰ্য্য কালি ( কা. দ নাট ) |

(২) ৰূপতাত্ত্বিক সম্পৰ্ক :

(ক) ষষ্ঠী বিভক্তিৰ—ক : হাণ্ডক বাহু ( চৰ্যা ), যমুনাক তীৰে ( কৃ কী. ), ৰামক চৰিত্ৰ ( অস. ব্ৰজ. )।

(খ) সপ্তমীৰ বিভক্তি—এ : নেউৰ চৰণে (চৰ্যা), বসুদেৰ ঘৰে (কৃ কী.), মৌৰি ঘৰে (অস ব্ৰজ )।

(গ) ভূত-কালৰ তৃতীয় পুৰুষৰ —ল : কানেট চোৰে নিল (চৰ্যা), সভা পাতিল ( কৃ. কী. ), জানকীক ৰক্ষা দিল ( মা. ক ), বিষ জল পানে প্ৰাণে ছাড়ি মৰল ( অস, ব্ৰজ, )

(ঘ) ভবিষ্যত-কালৰ প্ৰথম পুৰুষৰ—ব / —বোঁ : মই দিবি (চৰ্যা), খাইবোঁ (কৃ. কী ), খাইবোঁ ( মা ক ), খাইবোঁ ( অস. ব্ৰজ ), হামু নৃত্য কৰব ( অস ব্ৰজ )।

(ঙ) ভূতকালিক কৃদন্ত—ইল : গেলী জাম ( চৰ্যা ), কাটিল ঘাৱ ( কৃ কী. ), তৃণে কাটিল সব শৰীৰ ( অস ব্ৰজ )।

(চ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়া-ৰূপৰ আগত ব্যৱহাৰ : ণ জাই ( চৰ্যা ), নাবোল নাবোল ( কৃ. কী ), নাবায়ো নাবায়ো তুমি গোৱালীৰ পাৱা ( অস. ব্ৰজ)।

১৫৭১ শ্ৰীকৃষ্ণকীৰ্ত্তনেৰে সৈতে অসমীয়া ব্ৰজ-বুলিৰ আন কিছুমান সাদৃশ্যৰ কথাও মন কৰিব পাৰি : (ক) পৰ-সৰ্গৰ ব্যৱহাৰত অপাদানৰ ভাৱ-প্ৰকাশ : আজি হঁতে ( কৃ. কী. ), কণা হন্তে ( অস. ব্ৰজ. ), শয্যা হন্তে ( মা. ক. )।

(খ) আন কিছুমান ৰূপ এনেকুৱা :

| শ্ৰীকৃষ্ণকীৰ্ত্তন | অসমীয়া ব্ৰজ-বুলি |
|---|---|
| আও | কৃষ্ণক আও ( কা দ. নাট ) |
| আৰ | চৰণ আৰ নেদেখোঁ তোহাৰি ( কা. দ. নাট ) |
| উপেখিআঁ | পতি মৃত উপেখিয়া ( কে. গো. নাট ) |
| | মু. উপেখিয়া ( মা. ক. ) |

| শ্ৰীকৃষ্ণকীৰ্তন | অসমীয়া ব্ৰজ-বুলি |
|---|---|
| ছাৰ | কোন ছাৰ পুৰাতন ( ব গী—মা ) |
| ঝী | তুমি বৰ মানুষৰ ঝী ( ব গী – মা ) |
| জিণি | কোটি ইন্দু জিনি ( ব গী —মা ) |
| থীৰ নহে | থিৰ নহে তিল এক ( ব গী.— শ ) |
| নাজুআএ ( চড়িতে নাজুআএ ) | ঝুঠা কহিতে নাযুৱায় ( ব. গী.— মা ) |
| পাত্তী | নখচয় চান্দক পাত্তি ( ক. হ. নাট ) |
| বাৰেক | বাৰেক মৰম গোসাঞি ( কা. দ নাট ) |
| ভৈলোঁ | ভৈলোহোঁ দাসৰ দাস ( ব গী.— মা ) |
| মৰষিল | মৰষ গোসাঞি ( কা দ নাট ) |
| ৰাতা | কৰতল উতপল ৰাতা ( ক হ. নাট ) |
| লুলে | উৰে বনমালা লুলে ( ব গী —শ' ) |
| হাঠিবাক | হাষ্টিতে ( কে গো নাট ) |
| | তু হাঠে ( মা ক ) |

১৫৮ ইপিনে অসমীয়া ব্ৰজবুলিৰ ৰচক মাধৱদেৱৰ ৰচনা 'তেজৰে কমলাপতি' নামৰ বৰগীতটোত গোৱালপৰীয়া 'দেশী ভাষা'ৰ বৰ্তমানত প্ৰচলিত ৰূপ কিছুমান কেনেদৰে সোমাই আছে আগত উল্লেখ কৰা হৈছে ( § ৩০)। শঙ্কৰদেৱৰ নাটত স্থানীয় খণ্ডবাক্যযুক্ত প্ৰয়োগ কিছুমানো আছে, যেনে, চিত হুৱা ( ৰা বি. নাট ), ঢোপ দিয়া তুলি ( ৰা বি নাট ), জোকাৰ পাৰল ( কা. দ নাট , মাকে মুখে ( কা দ নাট ), গলে কানি বান্ধি ( কা. দ. নাট ) লাগ' ধৰহ ( ক. হ. নাট ), উলট-পালট কৰি ( কা. দ নাট ), হাবাসাত্তি হুৱা ( কা দ. নাট ), লাড়িবাক নাপাৰি ( ৰা বি নাট ), জীউ. যাই (ক. হ. নাট) লাভক চাহতে দুল ঘাটয় ( ক হ. নাট । এনে পৰিস্থিতিত অসমীয়া ব্ৰজ-বুলি ভাষাটো মিথিলাৰ পৰা অনা এটা সম্পূৰ্ণ কৃত্ৰিম ভাষা বুলি কোৱাটো সমীচীন নহয়। অসমীয়া ব্ৰজ-বুলি ভাষাটো বঙ্গ দেশৰ মাজেদিও অসমত প্ৰৱেশ কৰা নাই। ইয়াৰ ভিত্তি হৈছে চৰ্যা-পদৰ ভাষাই প্ৰতিনিধিত্ব কৰা পূৰ্ব প্ৰচলিত সাহিত্যিক ভাষাটোহে। অসমীয়া ব্ৰজ-বুলিৰ পাই শিপাডাল অসমৰ, মাটিতে আছে। সেইকাৰণে ইয়াক 'সহজ ভাষা' বুলি কোৱাৰ উপৰিও 'গ্ৰামী লোকে'ও বুজি পাইছিল বুলি জন-জাতিৰ প্ৰচলন হৈছিল। আমৰাবীৰ শিলা-লিপি ( তেৰ পত্তিকা ) আৰু গছ-তলাৰ 'তত্ত-লিপিৰ ( চৈত্য পত্তিকা ) পাঠ্যেতিহাসে শঙ্কৰদেৱৰ আগতে ব্ৰজ-বুলিৰ প্ৰচলন আৰু ইয়াক ৰাজকীয় কাৰ্যত ব্যৱহাৰ কৰাৰ

সজ্জেদ দিয়ে। আমবাৰীৰ শিলা-লিপিত্ৰে অসমীয়া ভাষাৰো প্ৰাচীনতম চানেকি দাঙি ধৰে। এই দুখন শিলা-লিপিৰ পাঠ তলত উল্লেখ কৰা ধৰণৰ :

ক) “আদিত্য সম শ্ৰীসমুদ্ৰপাল ৰাজ্যে প্ৰবল সবাম্বিক সত্ৰ সগুণ কৃত্যা। সন্তাসীণ বোলে দান পূইঞ সক। যোগীহাতী। সক ঈৰ বান চক্ৰ। মৃঢ় ভণতি।”

( আমবাৰীৰ শিলা লিপি )

(খ “শিমা এৰিয়া যবন ভৰাকত গমন্ত। ( শক ) ১২৮ (৪) বেদান্তবাশি গণন। ইতি শ্ৰীবিষ্ণুবাসৱৰ শৈলকাৰ। সকত ম্লেচ্ছ ইথান উষাসা। দেখহু সভা- ত্ৰিম বইৰী ৰঙাল বহু কাৰ্য্য ত) ইয়াত ৰুণ্ড। বহাৰ জল। ভোগসত সাজাত ৰাসা। দি জৰশ্ৰী। পঞ কাথ্য ৰাদ্য বোল। জলসেনাই বৈৰীক ভাথি অন্ত কুল। (জলতৰেক) খলাবি।’

( গছতলৰ শিলা-লিপি )

১৫৯. ইয়াতে স্বাভাৱিকতে এটা কথা মনলৈ আহে। সেইটো হৈছে এয়ে যে শঙ্কৰদেৱৰ আন ৰচনাৰ ( কীৰ্তন, দশম, ৰুক্মিণীহৰণ-কাব্য আদি ) ভাষাটোনো কেনে ধৰণৰ ? সেই ভাষাটোৰ লগত অঙ্কীয়া নাট আৰু বৰগীতৰ ভাষা ( ব্ৰজবুলি ) ৰ মিল বা অমিল কিবা আছে নে নাই ? শঙ্কৰদেৱে কীৰ্তন, দশম, ৰুক্মিণীহৰণ কাব্য আদিত ব্যৱহাৰ কৰা ভাষাটো মাধৱ কন্দলীয়ে ব্যৱহাৰ কৰা ভাষাটোৰ পৰম্পৰা অনুযায়ী গঢ়ি উঠা ভাষা। তলৰ আলোচনাৰ পৰা কথাখিনি স্পষ্ট হ’ব :

| মাধৱ কন্দলীৰ ভাষা | শঙ্কৰদেৱৰ অনাব্ৰজবুলি ভাষা |
| --- | --- |
| (ক) শব্দ বিভক্তি : | |
| —এ : দশৰথে বোলন্ত | শঙ্কৰে নিগদতি |
| —ক/ –হ্ব : ৰামক ৰথত তুলি সাদৰিলা তাঙ্ক | হৰিক স্মৰণে, সবাহাঙ্কে, আঙ্ক, তাঙ্ক |
| —ৰ : তাহাৰ তনয় | তুমিৰ ভাৰ |
| —ন : তান ভাৰ্য্যা | নাহি সুখ শান্তি তান, তাহান কোলাত |
| —ত : মাট্টিত | মধুৰাত অৱ বি। |
| (খ) শব্দ-বিভক্তিৰ প্ৰয়োগ : | |
| প্ৰথমাৰ ঠাইত তৃতীয়া আৰু সপ্তমী, | মন পৱনৰ বেগে, পঞ্চামৃতে ভোজন দেলে হানি, |
| সপ্তমীৰ ঠাইত দ্বিতীয়া, দ্বিতীয়াৰ ঠাইত ষষ্ঠী : শোকৰ অনুৰূপে দশৰথ গৃহে, মাতাক কহিয়া, লোক সৱ | পদে বান্ধি, সুকত পুছত, ভীমক ছুঁইতা, ৰামিক মুকুতি। |

| মাধৱ কন্দলীৰ ভাষা | শঙ্কৰদেৱৰ অনাত্ৰজন্মাৰ ভাষা |
|---|---|
| (গ) কাৰক : | |
| অপাদান-কাৰক : মাতহন্তে, | ভীষ্মকত হন্তে, অন্তেষপুৰৰ হন্তে, ৰথৰ নামিলা |
| সিথানৰ হন্তে, গ্ৰীৱাৰ কাঢ়িয়া দিলা, ভয় হন্তে | জসোদাত হন্তে, ঐৰ সম্ভৱে অন্তৰ। |
| নিমিত্ত-কাৰক : কৈক গৈলি, কিষ্কিন্ধাক লাগি | গৃহক গৈলা, পাঞ্চালক লাগি |
| (ঘ) ক্ৰিয়া-ৰূপ : | |
| বৰ্তমান : কৰে, নুবুজোহো, ঘূৰয়, আছন্ত, শুনৈ, যাওঁ | কৰে, শুনোহো, মৰয়, ভুঞ্জন্ত, মাতন্ত, দেখৈ হোৱৈ, কহোঁ, কৰৈ, লবৈ। |
| ভূত : কৰিলা, ভৈলা, ভৈল, ভৈলো, চাজিলন্ত, লৈলেক | সাধিলা, খণ্ডিলা, ভৈলা, ভৈল, আসিল, দিলো, উঠিলন্ত, থৈলন্ত, সুনিলেক। |
| ভৱিষ্যত : দিম্মে, যাইব, ভুঞ্জিবো | কহিবো, লুকাইব, পাইবো, খাইবো |
| অনুজ্ঞা : লৈয়োক, কহিয়ো, চাৱা | শুনিয়োক, কহিয়ো, চাৱা, কহা, সুমা। |
| অসমাপিকা : দেখিয়া, বসি | জিনিয়া, ডাকি, উপেখি, পলুৱাই |
| তুমুনন্ত : মাৰিবাক, যাইতে, আনিবে প্ৰতি, থুজিত | শুনিবাক, আসিতে, চাহিবে লাগি, সাধিবাক প্ৰতি, খণ্ডিবাক লাগি, আৰাধিত, খণ্ডিত। |
| কৃদন্ত : পুজন্তে, ফুৰন্তে, আসিবাৰ | পিয়ন্তে, ফুৰন্তে, ফুৰুন্তে, আসিবাৰ |
| নাস্ত্যৰ্থক : নাজানস, নলাগে, নুশুনস নোশোভে | নলাগয়, নুৰুচয়, নেদে, নোবোলে |
| (ঙ) নিৰ্দিষ্টতাবাচক প্ৰত্যয় : | |
| কুঞ্জগুটি, ৰাত্ৰিগোট, ৰথখান, কুৰিকুণ্ডা, খুলপাট, আঠগোটা | ব্ৰাহ্মণএগুটি, দিনগোট, নেত্ৰগুটি, কুৰিপাট, দোগোটা, দশকুণ্ডা |
| (চ) স্বাৰ্থিক প্ৰত্যয় : | |
| হৈবোহো, নলাগোহো, হৈবাহা | থাকিবোহো, নেজেখোহো, থাপিবাহা, ভৈলোহো |
| (ছ) সম্বন্ধবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয় : | |
| বাপেৰ, মায়েৰ | ভায়েৰ |

(ঞ) বহুবচনৰ প্ৰত্যয় :

মাণিকসব, বৃক্ষসব, তাৰাগণ, মহাপাপীচয়, স্বামীসকল, সবাহা সাধুজাক, নন্দনন্দীগণমানে, আমাথেৰ তোমাসা, তাসবা

মহাৰাজাসব, গৃহসব, ৰাজাগণ, বিমলগণ, অঙ্গুলিচয়, ব্ৰাহ্মণীসকলে, সবাহা, দেৱজাক পাপমানে, আমাঠেৰ, তোমাসা, আমাসাক, তাসবাৰ।

(ঝ) সৰ্বনাম : তুমি, তয়ু, মোৰ, তোমাৰ, আমাৰ (মোৰ), মোহোৰ, তোমৰা, আমি (মই), কেহো, কাহাকো, আপুনি (নিজ), তোৰ, ইহাঙ্ক, মই তোহোৰ, তোক, এহি, তাঙ্ক, এই, তোৰা, তই

তুমি, তয়ু, মোৰ, তোম্মাৰ, আমাক (মোক) মোহোত, তোমৰা, আমি (মই, কেহো, ইহাঙ্ক, মঞি, তোৰ, তোহোৰ, এহি, তাঙ্ক, এই, তোৰা, আপুনি (নিজ) কাহাবো, তঞি।

(ঞ) তুলনা-বুজোৱা ৰূপ :

মোত কৰি বলত অধিক বালী বীৰ, মোত পৰে তোৰ আৰ নাই গুৰুতৰ

নাহি ধৰ্ম্ম কৃষ্ণ কথা শ্ৰৱণত পৰে, ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।

(ট) আন প্ৰয়োগ :

জ্ৰয়ুগ, গা যেলা, কৰখট, ওৱাৰি, কৈত, দুইহস্ত, চিনন, বধন, বৈসানি, মন্দিৰ (ঘৰ), কেনে, একুতি, ঐত, তহিত হুমনিশ্বাস, ঘি, হাণ্ঠ, মৈৰা, ঘুমটি, তৈত, কৈত, ৰাৱ-হাৱ

জ্ৰয়ুগ, বাহুযুগ গাৱ যেলা, কৰপত, ওৱাৰি; দুইহস্ত, চিনন, চপান, বৈসানি, মন্দিৰ (ঘৰ) কেনে, একুতি, ঐত, তহিত, হুমনিয়া শ্বাস, হুমনিশ্বাস, হাণ্ঠে, জিতো, মৈৰা, ঘুমটি, তৈত কৈত, কাপোৰ-চোপৰ।

১৫৯১ শঙ্কৰদেৱৰ অনাব্ৰজবুলি ভাষাৰ মাজত এই প্ৰয়োগবোৰো পোৱা যায় : কৃষ্ণয়েৰে (সুবসতি হৌক), স্বপ্নে এবে, তুমি এবে (সদৃশ), পাকহিৰলা, খেৰগাছ, এহিমতে, কেন কৰি, ঘৰাঘৰি, আতাইতাই, চাৰ (ৰাজাগণে) তু কোন হাৰ পুৰাতন (বৰ্ণী), ফাৰিবাক তু তিমিৰ ফাৰিয়া, ইঠাৰৰপৰা, ইকনাৰ পৰা, ধাইৰ হাতে (হতুৱাই), কোনসতে, হাতাহাতি, হামাধুৰি, কাউৰ, চোৰা কাক, চাগল, হ্ৰদ মাজে, নন্দৰ কুমাৰ, নিন্দ, দুহস্ত, সুনবে কংস নিশ্বল, কৈৰ, কৈক, গাম্বিহো, আছো, দিলেক লাঙ্কাটা বাঘ।

১৬০. ওপৰৰ আলোচনাই শঙ্কৰদেৱৰ অনা-ব্ৰজবুলি ভাষাৰ আভাস এটা নিশ্চয় দাঙি ধৰিছে। শঙ্কৰদেৱৰ ব্ৰজবুলি ভাষাৰ মাজতো এই ভাষাটো ওতপ্ৰোতভাৱে সোমাই আছে। উদাহৰণস্বৰূপে অনা-ব্ৰজবুলি ভাষাৰ ক্ৰিয়া-ৰূপ কিছুমান ব্ৰজবুলি

ভাষাতো একেধৰণে পোৱা গৈছে। অনা-ব্ৰজবুলি : কৰোঁ, কৰে, কৰয়, ভুঞ্জ, বহ; ভৈল, আসিল, ভৈলা, খণ্ডিলা, দিলে, ধৰিলেক; লুকাইব, কহিবো, হৈবে; নাসয়; আসিতে, সাধিবাক প্ৰভৃতি; আসি, জিনিয়া ইত্যাদি। ব্ৰজবুলি : কৰো, পৰে, দহয়, নপাল্ত, ৰাখ; চলল, পৰল ভৈলা, পাইলা, ভৈলো, পাইলেক; কৰব, ৰাখবো, বজাইবে, নাজানি, নাৰহে; কৰিতে, দণ্ডিতে, নিবাক প্ৰভৃতি; পেখি, উপেখিয়া ইত্যাদি। অনা-ব্ৰজবুলি ভাষাত ব্যৱহাৰ হোৱা বহু-বচনৰ প্ৰত্যয় সব, চয়, ৰা, সম্বা আদি ব্ৰজবুলি ভাষাতো আছে; যেনে বৃক্ষসব, প্ৰাণীচয়, তোৰা, তাসম্বাৰ। শব্দ-বিভক্তিৰ ক্ষেত্ৰত অনা-ব্ৰজবুলি ভাষাৰ প্ৰথমা -এ, দ্বিতীয়া -ক, ষষ্ঠী -ৰ, সপ্তমী-তৰ ব্যৱহাৰ ব্ৰজবুলিতো পোৱা যায়, যেনে, গোপীসবে, কালিসৰ্পক, হ্ৰদৰ জল, চক্ষুত। অনা-ব্ৰজবুলি ভাষাৰ নিচিনা ব্ৰজবুলি ভাষাতো প্ৰথমা এ-বিভক্তিয়ে তৃতীয়া আৰু সপ্তমীৰ আৰু দ্বিতীয়া ক-বিভক্তিয়ে ষষ্ঠীৰ কাম চলোৱা দেখা যায় : লাজে মেল্লাৱল, কদম্ব বৃক্ষে চৰিকহু, কংসক প্ৰাণ। ব্ৰজবুলি ভাষাত কেতিয়াবা প্ৰথমা এ-বিভক্তিৰ ব্যৱহাৰ নহয়; যেনে, শ্ৰীকৃষ্ণ বোলল। অনা-ব্ৰজবুলি ভাষাত কেতিয়াবা ষষ্ঠী ৰ-বিভক্তিৰ ব্যৱহাৰ নহয়, যেনে, হ্ৰদ মাঝে। অপাদান কাৰক বুজাবলৈ দুয়ো ঠাইত 'হন্তে' পৰ-সৰ্গৰ ব্যৱহাৰ আছে।

১৬১ ওপৰত উল্লেখ কৰা ধৰণৰ সাদৃশ্য থাকিলেও শঙ্কৰদেৱৰ ব্ৰজবুলি ভাষাত কিছুমান সুকীয়া প্ৰয়োগো হৈছে। ক্ৰিয়া-ৰূপৰ ক্ষেত্ৰৰ প্ৰয়োগ কিছুমান এনে ধৰণৰ : পাৱত, কৰত, বাজত, কৰসি, হোই নোই, যাই, থিক, কহ, কহু, কহতু, দেখু, দেখহ, দেহ, লেহ চিন্তহ, বোল, দেলহ, জেলহ, ভেলা, চেলি পলি, বহবি সহবি; বহয়ে নাহি নাৰহে শুনয়ে নাহি, কৰবি নাহি, নাহি কৰবি ৰাখয়ে নাহি পাৰল; প্ৰবেশিকহ, ধৰিকহ, লভিকহ ইত্যাদি। ব্ৰজবুলি ভাষাৰ সৰ্বনাম-শব্দ কিছুমান এনে ধৰণৰ : সে, যে, কে, সো, যো, উহি, সোহি, কি, তুহু, তোহা, তোহো, তোহাৰি, তাহে, হামু, হামাক, হামবাসৰক, মেৰি ইত্যাদি। শব্দ বিভক্তিৰ ক্ষেত্ৰত ব্ৰজবুলি ভাষাত দ্বিতীয়া 'কু'বিভক্তিৰ প্ৰয়োগ হয়। ইয়াৰ দ্বাৰা কেতিয়াবা ষষ্ঠী বিভক্তিৰ কামো সিদ্ধ হয়; যেনে, যাকু কৰত সেৱ, হামাকু ভেজল, নন্দকু নন্দন। কোনো শব্দ-বিভক্তি যোগ নিদিয়াকৈ চতুৰ্থী বিভক্তিৰ কাম কেতিয়াবা চলোৱা হয়, কেতিয়াবা দ্বিতীয়া ক/-কুৰ পাছত লাই' পৰ-সৰ্গ ব্যৱহাৰ কৰা হয়; যেনে, জল যাই, ভৰি আপকু বাচয়ে নাহি, চললি কালি বধক লাই। ষষ্ঠী বিভক্তিৰ ঠাইত 'কৰ, কেৰ কেৰি, হেৰি, কহুৰ ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া : যেনে, যাকৰ চাকৰ, যাকেৰ প্ৰজা, যাকেৰি নাম, যাহেৰি বিহাৰ, ৰাৱকহু বাজা নাম। শব্দ-ব্যৱহাৰ দৃষ্টিৰে

চালে অনা-ব্ৰজবুলি ভাষাৰ নিচিনা শঙ্কৰদেৱৰ ব্ৰজবুলি ভাষাতো তৎসম, অৰ্ধতৎসম, তদ্ভৱ আদি বিভিন্ন ধৰণৰ শব্দ ব্যৱহাৰ কৰা হৈছে। তথাপি ব্ৰজবুলি ভাষাত বিশেষকৈ নাটকৰ ভাষাত অৰ্ধতৎসম শব্দৰ ব্যৱহাৰ বেছি। তদুপৰি অনেক থকৰা শব্দ প্ৰাকৃত ৰূপৰ শব্দ, সংযুক্ত শব্দ, সম্পূৰ্ণ সংস্কৃত-ৰূপৰ প্ৰয়োগ আদিয়ে নাটৰ শব্দ-মালাৰ কিছু বৈশিষ্ট্য বহন কৰিছে। তলত কিছুমান উদাহৰণ দিয়া হ'ল: পৰণাম, নিৰজান, মৰিখন, দৰপ, সৰপ, পতনী, পৰকাৰে, বিৰিন্দা, ভাৰতৰবিখে, ঘৰে ঘৰে, কেকয়া আবাৰ কৰে, ফোকাই, ভেৰ দিয়া, শিৰ তজে, লাই পাই, তিৰী-চোৰ, মুহ, জলমহ পিউ, পুতা, লহু লহু, লোই, পহু (প্ৰভু), অথ বক-কুবলয়-ধেনুক-কেশী-কংসনাশী, বিৰিন্দা-বিপিন-বিহাৰ-বিশাৰদ, নাম গুণ-শ্ৰৱণ-কীৰ্ত্তন, সকল সুৰাসুৰেশ্বৰ শিৰ-শিখৰ-চূড়ামণি-বিৰাজিত-পাদ-পঙ্কজ, কেলিগোপালং নাম নাটকং সমাপ্তম্ ইত্যাদি। শঙ্কৰদেৱে আকৌ কোনো এটা আখ্যানক কেইবাপ্ৰকাৰেও লেখি উলিয়াইছে, যেনে, এটা আখ্যানৰ মূল কথাখিনি 'কীৰ্ত্তন'ত বৰ্ণনা কৰিছে। সেই আখ্যানক আকৌ দশম'ত অনুবাদ কৰি উলিয়াইছে। তাকে পুনৰ নাটকীয় ৰূপ দান কৰিছে। কিন্তু প্ৰত্যেক ক্ষেত্ৰতে একোটা শৈলীৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। প্ৰত্যেক ঠাইতে একে কথাকে বিভিন্নভাৱে কবলৈ লৈছে আৰু যেতিয়া নিজৰ প্ৰতিভা প্ৰদৰ্শন কৰাৰ সুযোগ পাইছে তেতিয়া সি নতুনৰূপে মৰ্মস্পৰ্শী হৈ উঠিছে। উদাহৰণস্বৰূপে আমি কালিয়দমন-আখ্যানটোকে ল'ব পাৰোঁ। কালী-নাগৰ দ্বাৰা আক্ৰান্ত হৈ জলৰ মাজত 'মৃতকৰ বেশ' ধৰি থকা শ্ৰীকৃষ্ণক দেখি যশোদাই কিধৰণে বিলাপ জুৰিছে শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ত তাৰ বৰ্ণনা এনেদৰে দিছে: "গোধূলি কোনে যাইবে বংশী বাই। কোনে মোক গৈয়া বুলিবে আই॥ ধূলা ঝাৰি কাক কৰাইবো স্নান। কোনে কৰিবেক গোৰস পান॥ সুন্দৰ বদনে বজায়া বেণু। প্ৰভাতে কোনে চৰাইবেক ধেনু॥ কি ভৈল আজি মোৰ কৃষ্ণ বাপ। মৰিও নেড়াইবো তোৰ সন্তাপ।" দশম'ৰ বৰ্ণনা এনেকুৱা: "গোধূলি জাইবেক কোনে বংসিক বজাই। কোনে গৈয়া মোক আৰে বুলিবেক আই॥ ধূলা ঝাড়ি কাক নিয়া কৰাইবোহো স্নান। কোনে কৰিবেক মোৰ গোৰথক পান॥ সুন্দৰ বদনে কোনে বজাইবেক বেণু। প্ৰভাতে মেলিয়া কোনে চাৰিবেক ধেনু॥ কি ভৈল পুতাই আজি কৃষ্ণ মোৰ বাপ। তোৰ জৰকাল ভৈল কৈৰ ইতো সাপ॥" কিন্তু এইখিনি কথা 'কালিয়দমন' নাটত অতি মৰ্মস্পৰ্শী হৈ উঠিছে গদ্যৰ ভাষাত: "হামাৰ পুত্ৰক কে লিয়া যাই। গোধূলি আজু বংশী বজাই কে ব্ৰজক যাৱব, কাহেক ধূলা ঝাৰি বুকে বান্ধি কোলে ধৰব; কাহেক গোৰস পান কৰাৱব। কি ভেলি, আজু মেৰি কৃষ্ণ বাপ, কাহা গেলি, এবাজো উহি তোহাৰি সন্তাপ।" ইয়াৰ পৰা

এইটো কথা স্পষ্টকৈ দেখা যায় যে শঙ্কৰদেৱৰ নাটকৰ ভাষাৰ এটা সুকীয়া ৰূপ ৰক্ষিত হৈছে। এই সুকীয়া ৰূপটোক শঙ্কৰদেৱৰ এটা বিশিষ্ট শৈলী বুলি ক'লে ভুল কৰা নহ'ব। মূঠৰ ওপৰত পূৰ্বৰ পৰা চলি অহা ভাষা, চৰ্য্যা-পদৰ ভাষা, শঙ্কৰদেৱৰ সমসাময়িক ভাষা, আৰু শঙ্কৰদেৱৰ প্ৰতিভা, আটাইবে সংমিশ্ৰণত শঙ্কৰদেৱে ব্ৰজবুলি ভাষাৰ এটা সুকীয়া শৈলীৰ সৃষ্টি কৰিলে। এই শৈলীৰ অৱলম্বনৰ ফলস্বৰূপে তেওঁৰ প্ৰচাৰিত বৈষ্ণৱ-ধৰ্ম্ম জন-সাধাৰণৰ বেছি হৃদয়স্পৰ্শী হৈ উঠিল। শ্ৰীমন্ত শঙ্কৰদেৱে অসীম প্ৰতিভাৰ বলেৰে অসমীয়া ভাষাৰ বিভিন্ন শৈলীৰ সৃষ্টি কৰি অসমীয়া ভাষাক চিৰদিনৰ কাৰণে জিলিকাই ৰাখিলে।

১৬২ শঙ্কৰদেৱৰ পৰৱৰ্তী অতি উল্লেখযোগ্য লেখক হ'ল বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য, অৰ্থাৎ ভট্টদেৱ (১৫৫৮-১৬৩৮)। অসমীয়া গদ্যৰ জন্মদাতাৰূপে তেওঁ জনাজাত। আমবাৰীৰ শিলালিপিৰ পাঠোদ্ধাৰৰ দ্বাৰা অসমীয়া গদ্যৰ জন্ম-কথা তেৰ শতিকালৈ পিছুৱাই গৈছে। শঙ্কৰদেৱে ৰচনা কৰা অঙ্কীয়া নাটতে সাহিত্যত অসমীয়া গদ্যৰ প্ৰথম প্ৰয়োগ দেখা গৈছে। অঙ্কীয়া নাটবোৰ কিন্তু সম্পূৰ্ণ গদ্যত ৰচনা কৰা নহয়। মাত্ৰ সূত্ৰধাৰ আৰু নাটকীয় চৰিত্ৰৰ কথাত গদ্য ব্যৱহাৰ কৰা হৈছে। ভট্টদেৱৰ ৰচনা হ'লে সম্পূৰ্ণৰূপে গদ্যত ৰচা। ভট্টদেৱে তেওঁৰ প্ৰসিদ্ধ 'কথা-ভাগৱত'খন দামোদৰদেৱৰ 'আজ্ঞা' অনুসৰি 'স্ত্ৰীশূদ্ৰ সৰ্ব্বলোকে' বুজিব পৰাকৈ ভাঙনি কৰি উলিয়াইছিল। 'কথা-গীতা' পিছত লেখি উলিয়ায়। তেওঁৰ ৰচনাৰ ভাষা সম্বন্ধে আলোচকসকলে নানা ধৰণৰ মন্তব্য দিছে। বেছিভাগ সমালোচকে তেওঁৰ ভাষা 'সংস্কৃতীয়া', "তেওঁৰ গদ্যত ব্যৱহাৰ কৰা ভাষা সেই যুগৰ চলিত ভাষা নহয়", "দৈনন্দিন কথ্য ভাষাক ভট্টদেৱে গ্ৰহণ কৰা নাই", ভট্টদেৱত "বিভক্তি সম্বন্ধে বিশেষ লক্ষ্য কৰিবলগীয়া একো নাই" আদি বাক্য প্ৰয়োগ কৰিছে। ডঃ কাকতিৰ ভাষাত ক'বলৈ হ'লে "ভট্টদেৱৰ গদ্যত ভাষাবৈজ্ঞানিক দৃষ্টিৰে বিশেষ লক্ষ্য কৰিবলগীয়া একো নাই। তেওঁৰ গদ্য-ৰীতি সংস্কৃত শব্দৰ দ্বাৰা ভাৰাক্ৰান্ত। তেওঁৰ ভাষাতৈক পদ্য-ৰচকসকলৰ ভাষা বেছি মুকলি আৰু কথ্য ভাষাৰ ওচৰ চপা। তেওঁৰ গদ্যই তেওঁৰ সময়ৰ কথিত ভাষাৰ কোনো ধাৰণা দিব নোৱাৰে।" নিৰপেক্ষ দৃষ্টি-ভঙ্গীৰে চালে কিন্তু ভট্টদেৱৰ 'কথা-গীতা' আৰু বিশেষকৈ 'কথা-ভাগৱত'ত তেওঁৰ সময়ত প্ৰচলিত ভাষাৰ সুন্দৰ চানেকি পোৱা যায়। এইদুখন গ্ৰন্থত সংৰক্ষিত অনেক ৰূপ কামৰূপী উপভাষাত এতিয়াও প্ৰায় হুবহুৰূপে ব্যৱহাৰ হৈ আছে। তলত সেইবোৰৰ কিছুমান উদাহৰণ দাঙি ধৰা হ'ল ঃ

| অষ্টমেৰত পোৱা ৰূপ | কামৰূপীত পোৱা ৰূপ |
|---|---|
| আন্ধাৰ | আন্ধাৰ |
| আটাস পাৰ | আটাহ্ পাৰ |
| আঘ্ৰাণ | আঘ্ৰাণ |
| উপৰন্ত | উপৰোন্ত |
| একলাই | আকলাই |
| কুনে / কুন | কুনি |
| কাখ | কাখ |
| কক | কোক |
| গজ | গজ |
| গাছ | গাছ |
| গণ্ | গণ্ |
| চাৰ্ | চাৰ্ |
| চিৰি | চিৰি |
| জান দিলা | জান দিলাক |
| জৰি | জোৰি |
| জৰা দিলা | জৰা দিলা / দিলাক |
| টানি নেই | টানি নেই |
| ঠোথ | ঠোঠ |
| তুমাৰ, তুমাক, তুমাত | তুমাৰ, তুমাক, তুমাত |
| ধূলা | ধূলা |
| ফেন্দা | ফেন্দা |
| বেঙ্গ | বেং |
| বেঙ্গছটা | বেংছাতা |
| বেৰটী / বেৰপেটী | বেৰপেটী |
| ৰাউ | ৰাউ |
| ৰাৰি | ৰাৰি |
| ভাটি দি | ভাটি দি |
| ভিজ | ভিজ |
| ( চক্ষু ) মুজ | চোখু মুজ |

| ভট্টদেৱত পোৱা ৰূপ | কামৰূপীত পোৱা ৰূপ |
|---|---|
| মঞি | মই |
| ৰখোদা | ৰ'খাদা |
| ৰাখিবে লাগি | ৰাইখবাক লেগি |
| লাগ পাইবা | লাগ পাবা |
| লাগ নাপাইলে | লাগ নাপাগি |
| লাঙ্গুল | লেঙুৰ |
| নৈয়া জাস | নৈ যাহ |
| লগোত | লগোত |
| তথা | তথা |
| তথান | তথান |
| শিথান | শিথান |
| সাতটা | সাত্‌টা |
| ( গছৰ ) হেন নাক | হান |
| হাঠত | হাঠে |
| হাথী | হাথী |

১৬৩ প্রকৃতপক্ষে ভট্টদেৱে 'কথা-গীতা' আৰু 'কথা ভাগৱত'ত ব্যৱহাৰ কৰা ভাষাটো তেওঁৰ পূৰ্বৱৰ্তী মাধৱ কন্দলী, শঙ্কৰদেৱ আদিয়ে ব্যৱহাৰ কৰা ভাষাৰ পৰম্পৰাত গঢ়ি উঠা ভাষা। পূৰ্বৰ পৰম্পৰাৰ ভাষাৰ উপৰি ভট্টদেৱৰ সময়ত গঢ় লোৱা ভাষাৰ আন ৰূপৰ চানেকিও এই গ্ৰন্থ দুখনত পোৱা যায়। পূৰ্বৱৰ্তী লেখক সকলৰ ভাষাৰ পৰম্পৰাৰ নিদৰ্শন ভট্টদেৱৰ ভাষাৰ শব্দ-বিভক্তি, বহু বচনৰ প্ৰত্যয়, ক্ৰিয়া-বিভক্তি, সৰ্বনাম, ক্ৰিয়াৰ বিভিন্ন ৰূপ ( তুমুনন্ত, কৃদন্ত, নাত্ত্যৰ্থক, অসমাপিকা ), ক্ৰিয়া-বিশেষণ, সংযুক্ত শব্দৰ ব্যৱহাৰ, তুলনা প্ৰথা আদিত সংৰক্ষিত হৈছে। তলৰ আলোচনাই কথাখিনিৰ প্ৰমাণ দাঙি ধৰিব। শব্দবিভক্তিহিছাপে ভট্টদেৱৰ ৰচনাত প্ৰথমা -এ, দ্বিতীয়া -ক, ষষ্ঠী -ৰ/-ন, সপ্তমী -ত পোৱা যায় ; যেনে, কংসে, ৰাক, বসুদেৱৰ, তান ( প্ৰসাদে , গৃহত ইত্যাদি। ক্ষেত্ৰিয়াৰ প্ৰথমা বিভক্তিয়ে তৃতীয়া আৰু সপ্তমীৰ, সপ্তমী বিভক্তিয়ে দ্বিতীয়া বিভক্তিৰ, দ্বিতীয়াই চতুৰ্থী আৰু ষষ্ঠীৰ কাম কৰাও দেখা যায় ; যেনে, মূৰ্ত্তিয়ে ( অৰ্জ্জুনৰ ধৰিছা ), নেত্ৰজলে ( তিতাই ), একমনে ( সাৰথিক হৈছিলা) ; গৰ্ভে ; গুৰুত ( পুছত ), মোৰ্ক ( কহা ), গোকুলক ( নৈলা ), ( দৈৱকীৰ গৰ্ভ ) ৰোহিণীক ( দিলে ), মৰ্মক ( নৈলা ), মৃত্যুক ( ভয়ে ), ৰানক ( আগাই ),

যুক্তক ( ইছাই )। কেতিয়াবা কোনো শব্দ বিভক্তি ব্যৱহাৰ নোহোৱাও চকুত পৰে : যেনে, মহাপুৰুষ লক্ষণ, তোৰ ঠাই আসিছো। ভট্টদেৱতো পঞ্চমী বিভক্তিৰ কোনো চিন নাই। অপাদানৰ অৰ্থ এনেধৰণে বুজোৱা হয় : গৃহৰ পৰা, মুখ-পদ্মৰ পৰা, যাত ব্ৰহ্মজ্ঞান অযত্নে হয়, পাপত নিবৃত্তি নহৈবো, দৈৱকীত হন্তে, বধৰ নামি, ধনু হাতৰ খসি পড়ে। বহু-বচনৰ প্ৰত্যয়হিচাপে সব, বা, গণ, ঠে আদিৰ ব্যৱহাৰ আছে ; যেনে, পুত্ৰসব পুৰস্ত্ৰীসব, তোৰা, নটীগণে, তাঠেৰ, আঠেক, তোঠেৰ আদি। দ্বি-বচনৰ বাবে 'যুগল' শব্দৰ ব্যৱহাৰ পোৱা যায় ; যেনে, বাহুযুগল। নিৰ্দিষ্টতাবাচক 'গোট'ৰ ব্যৱহাৰ আছে ; যেনে, গদাগোট। ক্ৰিয়া-ৰূপৰ ক্ষেত্ৰত বিভিন্ন কালৰ ৰূপবোৰ এনে ধৰণৰ :

(ক) বৰ্ত্তমান-কাল : কৰোঁ, কৰু, কৰে, কহে, ধাৱে, পাৱে, কৰন্ত, কহন্ত, বোলয় আদি।

(খ) ভূত-কাল : কয়ল, গৈলা, হৈল উঠিল, শুচিল, কৰিলা, নকহিলা ধৰিলা, গৈল পাইলো, দেখিলো আদি।

(গ) ভৱিষ্যত-কাল : হৈব হৈবা, পাইবো, হৈবো আদি।

(ঘ) অনুজ্ঞা : দেখ, কহা, দেখা, বোল, চায়া, ৰহ, ৰাখিয়ো, কহিয়োক আদি।

১৬৩.১ আন ক্ৰিয়া ৰূপৰ চানেকি তলত দিয়া ধৰণৰ :

(ক) তুমুনন্ত : শুনিতে, কৰিতে, বুলিবে, ৰাখিবে, ৰাখিবে লাগি, প্ৰক্ষিবাক লাগি দিবা ( ইচ্ছা কৰিলা )।

(খ) কৃদন্ত : দিবাৰ, যাইবাৰ, মুক্তা, ভক্তা, (যত্ন) কৰন্তে।

(গ) নাস্ত্যৰ্থক : নকৰে, নেদেখে, নেৰে, নাপাইলো, নাকাটে, নবুলিল, নুশুধাৱে, এৰাণ নজাই, কৰণ নজাই, নতো কৰে।

(ঘ) অসমাপিকা : ডাকি ( হৰি বোল ), এৰি, আনি, নেদেখি, কান্দিয়া, লৈয়া, থৈয়া, হয়া।

১৬৩.২ ভট্টদেৱত ক্ৰিয়াবিশেষণাত্মক ৰূপকেইটাৰ এনে ধৰণৰ : এমনে, তেমনে, কেমনে, কেনে, কৈত, তেৱে, এনয়, যৌনে ইত্যাদি। সৰ্বনাম-শব্দহিচাপে মি, ই, মঞি, আমি, তুমি, এই আদি ৰূপ আছে। 'আপুনি' শব্দৰ 'নিজ' অৰ্থত্বে পোৱা যায়। সংযুক্ত শব্দ কিছুমান এনেকুৱা : কুক্ত-কথা, বিন্দু-দৰশন, পাদ পদ্ম-বন্দ ; পুষ্প-চন্দন-বস্ত্ৰ-অলঙ্কাৰ, প্ৰক্ষালন-পালন-সংহাৰণ, দণ্ড-ছত্ৰ-সিংহাসনাদি, ইষ্ট-সংযোগ-বিয়োগাদি ; মুখ-নেত্ৰ-বাহু-দন্ত-উৰু-পাদযুক্ত। তুলনা দেখুৱাবৰ কাৰণে ভট্টদেৱে এনে ধৰণৰ প্ৰয়োগবোৰ দেখুৱাইছে : ব্ৰাহ্মণত কৰি মোৰ চতুৰ্ভুজ ৰূপো প্ৰিয়তৰ নহৈ। উত্তম জনৰ মৰণতো কৰি অকীৰ্তি বড় দেখি। বুদ্ধিতো কৰি আত্মা শ্ৰেষ্ঠ।

১৩৪ ভট্টদেৱৰ ভাষাত নতুনত্ব একেবাৰে নোহোৱা নহয়। অকৰ্মক ক্ৰিয়াৰ লগত প্ৰথমা বিভক্তিৰ প্ৰয়োগ এওঁৰ ৰচনাত আছে; যেনে, কংসে নিবৰ্ত্তিয়া গৈল, অৰ্জ্জুনে ৰহিলা। নিৰ্দ্দিষ্টতাৱাচক 'টা'ৰ প্ৰয়োগ মন কৰিবলগীয়া; যেনে, সাতটা। ক্ৰিয়া-ৰূপৰ ক্ষেত্ৰত যুঝই, শুধাই, সিঁহৰে, কৰাৱে, জন্মাৱে, কৰিছি, কৰিছন্ত, লাগিছন্ত, আসিছে, হুৱাছিল, বধিলে, নাপাইলে (অসমাপিকা) আদি ৰূপ পোৱা যায়। আন এটা কথা মন কৰিবলগীয়া যে ভট্টদেৱৰ ভাষাত পোণ প্ৰথমবাৰৰ কাৰণে ক্ৰিয়াৰ ভৱিষ্যত কালত 'বো'ৰ লগতে 'ম' এই ক্ৰিয়া-বিভক্তিৰ প্ৰয়োগ পোৱা গৈছে, যেনে, হৈবো, যাইম, কহিম, যুঝিম। পূৰ্ববৰ্ত্তী লেখকসকলৰ ৰচনাত পোৱা ক্ৰিয়া-ৰূপৰ নোবোলোহো, নিদিবাহা আদিৰ শেষৰ হো, হা আদি স্বাৰ্থিক প্ৰত্যয়বোৰৰ বিলুপ্তি ঘটিছে। চতুৰ্থী বিভক্তি 'লৈ' (তাললৈ বুলি হানিলা)ৰ ব্যৱহাৰো নতুন। ভট্টদেৱৰ ৰচনাত সংযুক্ত ধাতু কিছুমানৰ ব্যৱহাৰ মন কৰিবলগীয়া; যেনে, বাদ্য কৰ্, ধ্বনি কৰ্, শব্দ কৰ্, হৰা পাৰ্, লঘু হ, পূজা কৰ্, নমস্কাৰ কৰ্, জোৰা দি, লাগ ধৰ্। ভট্টদেৱৰ ৰচনাত বহুবচনৰপ্ৰত্যয়হিছাপে গুলা আৰু সমূহৰ ব্যৱহাৰ পোৱা গৈছে; যেনে, কতোগুলাক পম্থতে এৰিলা, প্ৰাণীসমূহ। দ্বি-বচনৰ কাৰণে 'দুয়ো' শব্দৰ প্ৰয়োগ হৈছে; যেনে, তোৰা দুয়ো। ভট্টদেৱৰ ৰচনাত পৰ-সৰ্গৰ অধিক মাত্ৰাত ব্যৱহাৰ হোৱাও দেখা যায়। তলত তেনেকেইটামানৰ উল্লেখ কৰা হ'ল:

আগত: ভাৰাৰ আগত
উপৰত: ৰথৰ উপৰতে
নিমিত্তে: কি নিমিত্তে
নিকি: গৈলা নিকি
নু: কুনুনু স্ত্ৰী আনক ভজিবে
দ্বাৰায়ে: জ্ঞানৰ দ্বাৰায়ে
মধ্যত: ৰাক্ষসৰ মধ্যত
মধ্যে: পক্ষী মধ্যে
মতে; সাংখ্যৰ মতে
সমে: কাৰ সমে
সমুখত: যুদ্ধৰ সমুখত
হতাই / হাতাই: বিশ্বকৰ্মাৰ হাতাই, তাৰ হতাই।

১৩৫. ভট্টদেৱৰ ৰচনাত অব্যয়শব্দহিছাপে যদি, তথাপি, হে আদিৰ প্ৰয়োগো উল্লেখনীয়। তেওঁৰ ৰচনাত সৰ্বনাম শব্দৰ কিছুমান ৰূপ অলপ বেলেগ ধৰণে পোৱা যায়; যেনে, কুনে, কুন, কুনু, তুমি, তুমাক, তুমাত, কেৱো, আমৰা আদি। এইবোৰ পশ্চিম অসমৰ উপভাষাৰো ৰূপ। ক্ৰিয়াবিশেষণ-শব্দৰ ক্ষেত্ৰত ভট্টদেৱত একলাই, সদায়, আৰু নাইকা শব্দৰ (নাইকা নহৌ) প্ৰয়োগ হৈছে

১৬৬. ভট্টদেৱৰ ৰচনাই আধুনিক অসমীয়া বাক্যৰ চানেকিও দাঙি ধৰে। তলত এনে কিছুমান বাক্য দিয়া হ'ল:

(১) তুমি বৰ অন্যায় কৰিলা

(২) তুমি কামদেৱ, মই ৰতি, তুমাৰ পতিব্ৰতা ভাৰ্য্যা

(৩) কুন তুমি, কাৰ দুহিতা

(৪) মই সূৰ্য্যৰ দুহিতা

(৫) কি লাগে খোজা

(৬) হে সুন্দৰী, তুমি ভয় নকৰিবা

(৭) মই আজিসে দেখিলো

(৮) আত্মাৰ পুনু বিনাশ নাই

(৯) এই আত্মাক অস্ত্ৰেয়ো নাকাটে, জলেয়ো কোমল নকৰে

(১০) ভক্তিবিনে সকল জ্ঞান কেৱলে শ্ৰম

(১১) বিষয়ী লোকৰ সংসাৰ-সাগৰ-তৰণ-উপায় কেৱলে হৰি-কীৰ্ত্তন

(১২) তুমি আমাৰ পিতৃ, সুহৃদ, গুৰু, দেৱতা

(১৩) তুমি বৃষৰূপী ধৰ্ম্ম

(১৪) একদিনা পৰীক্ষিত ৰাজা ধনু-শৰ ধৰি মৃগয়া কৰিতে বনক গৈলা

১৬৭. ভট্টদেৱৰ শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত ইয়াকে ক'ব পাৰি যে তেওঁ দামোদৰ দেৱৰ আজ্ঞাত সকলোৱে বুজিব পৰাকৈ গদ্যত ভাগৱতখন ৰচনা কৰোঁতে তেওঁৰ সময়ত প্ৰচলিত কথিত ভাষাৰ বেছি আশ্ৰয় ল'বলগীয়া হয়। সেই কাৰণে 'কথা-ভাগৱত'ত কথিত ভাষাৰ চানেকি প্ৰচুৰ পৰিমাণে আছে। গীতাৰ বিষয়-বস্তু আৰু ভাষা ভাগৱতটোকৈ সুকীয়া হোৱা কাৰণে আৰু বিশেষকৈ গীতাৰ মৰ্মাৰ্থ হৃদয়ঙ্গম কৰি 'সংক্ষেপে' বৰ্ণনা কৰোঁতে 'কথা-গীতা'ৰ কোনো কোনো ঠাইত তৎসম শব্দৰ প্ৰাচুৰ্য দেখা গৈছে, তথাপি আৱশ্যকতা অনুসৰি ভট্টদেৱে কথ্য ভাষাৰ ৰূপ আৰু সংস্কৃতীয়া ৰূপৰ সুন্দৰ মিলন ঘটাইছে। উদাহৰণস্বৰূপে এইবোৰ বাক্য চাব পাৰি: "স্বৰূপত আত্মাৰ জন্ম নাই, মৰণো নঘটে, আছে হেনো নোহে, টুটনো নাই, পৰিণামো নেদেখি, বৃদ্ধিয়ো নহয় ।……—এই আত্মাক অস্ত্ৰেয়ো নাকাটে, অগ্নিয়ো নদহে, জলেয়ো কোমল নকৰে, বায়ুয়ো নুশুখায়ে। এতেকে অছেদ্য, অদাহ্য, অক্লেদ্য, অশোচ্য, নিত্য, সৰ্ব্বগত, অচল, সনাতন, অব্যক্ত, অচিন্ত্য, অপ্ৰাপ্য কৰি কহে। হেন আত্মাক জানি তুমি শোক কৰিতে যোগ্য নহবা"। শঙ্কৰদেৱৰ ব্ৰজবুলি ভাষাটো যিদৰে এটা বিশিষ্ট শৈলী, ভট্টদেৱৰ 'কথা-গীতা'ৰ ভাষাও এটা সুকীয়া শৈলী। ভট্টদেৱে

কথিত অসমীয়া ভাষাটোক গদ্যৰূপে ব্যৱহাৰ কৰি অসমীয়া ভাষাৰ সুদৃঢ় ভেটি স্থাপন কৰিলে। আন ভাষাত ক'বলৈ হ'লে "অসমীয়া কথ্য ভাষাই ভট্টদেৱৰ হাতত দ্বিজত্ব লভিলে"।

১৬৮. চৈধ্য-শতিকাৰ পৰা ষোল-শতিকাৰ মাজৰ অন্য কৱিসকলৰ, বিশেষকৈ পাঁচালী কৱি পীতাম্বৰ, মনসা-কৱি মনকৰ, আৰু দুৰ্গাবৰে ব্যৱহাৰ কৰা ভাষাটোলৈ লক্ষ্য কৰিলেও মাধৱ কন্দলী, শঙ্কৰদেৱ, আৰু ভট্টদেৱে ব্যৱহাৰ কৰা ভাষাৰ পৰম্পৰাৰ ধাৰাটোৱে ৰক্ষিত হোৱা দেখা যায়। ইয়াৰ দ্বাৰা প্ৰাচীন অসমীয়া ভাষাৰ কথিত স্পষ্ট ৰূপ এটা আমাৰ দৃষ্টি-গোচৰ হয়। পীতাম্বৰে 'উষা-পৰিণয়'ত 'ৰচিলো পাঞ্চালি জেন বুঝে সৰ্ব্বলোকে' বুলি লেখিছে। মনকৰ, দুৰ্গাবৰ, আৰু পীতাম্বৰৰ ভাষাৰ গঠনসম্পৰ্কীয় তলৰ বৈশিষ্ট্যখিনি এই ক্ষেত্ৰত মন কৰিবলগীয়া :

(১) ক্ৰিয়া-ৰূপ : (ক) নিগদতি, গাৱে, ভনে, বদতি, কৰোহো, কৰই, কৰন্ত, কৰয়, দেন্ত, জোগায়, বোলে, জানাহ, হুইস।

(খ) গেল, গৈলা, ভৈলা, কৰিল, বিৰচিল, ভৈল, ৰহিল, হুইল গৈল, লৈল, ধৰিলা, পেলাইলন্ত, ৰচিলন্ত, ৰচিলেক।

(গ) পলাইব, গাইবো, কহিবো, কৰিবাহা।

(ঘ) দিয়োক, লৈয়োক, কহিয়ো, লউ, আনহ, দেহ, নাবুলিহ, ক্ষেমিহ, থাকিহ, ফুৰাহা, হোক, সুন, থাকোক।

(২) কৃদন্ত-ৰূপ : বসাইবাৰ, জিবাবাৰ (থান), পঢ়ন্তা, সুনন্তা।

(৩) তুমুনন্ত ক্ৰিয়া-ৰূপ : (সৃষ্টি) কৰিবাক, দিতে, সাজিতে।

(৪) অসমাপিকা ক্ৰিয়া-ৰূপ : কৰিয়া, বসিয়া, উঠি, কৰাই, (তিমিৰ) খণ্ডিয়া, থুয়া (থৈ)।

(৫) নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপ : নজানো, নাদেখিয়া, নুশুনোক, নাজায়ো, নুজুৰাই, কহিতে নাজুআই, নবহে।

(৬) শব্দ-বিভক্তি : প্ৰথমা—এ, দ্বিতীয়া—ক, ষষ্ঠী—ৰ/ন (পোঞ্জাৰ পাঞ্চালি, সুবৰ্ণৰ, ৰত্নেৰ, চন্দনেৰ, তাহান), সপ্তমী—ত। প্ৰথমা বিভক্তিৰ দ্বাৰা তৃতীয়া আৰু সপ্তমীৰ, সপ্তমীৰ দ্বাৰা দ্বিতীয়া বিভক্তিৰ কামো চলোৱা হয় ; যেনে, হাতে নাজানো, মুখে নাজানো ; মাৱে, চৰণে, মায়ত কহে। কেতিয়াবা শব্দ-বিভক্তিৰ প্ৰয়োগো নহয় ; যেনে, ভোজলা চৰণে। অপাদান-কাৰক বুজাবলৈ এনে ধৰণৰ ব্যৱস্থা আছে : কোথাইৰ পৰা, সাগৰেৰ পৰা, স্বৰ্গ হন্তে, এঠা হন্তে, তাআৰ হন্তে, উত্তৰ হন্তে, সিংহৰ নামিয়া। নিমিত্ত-কাৰক বুজাবলৈ এনে প্ৰয়োগ হোৱা দেখা যায় : ধৰক আইল, ভেৰিনীক লাগি, দুৰ্গাক লাগিয়া।

(৭) বহুবচনাত্মক প্ৰত্যয় ঃ -সব, -গণ, -বা, -চয়, -সম্বা ( এসব, নাৰীগণ, আবা, তোবা, ধেনুচয়, ভেসম্বা )।

(৮) নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ গোট, খান, খানি, গাচি, পাত, জন ( ডিমাগোট লাঙ্গগোট, ঢাকগোট, তিনিগোট ; থলখান, মণ্ডপখানি ; বাৰগাচি নাৰিকল, একপাত ফুল ; আনজন )।

(৯) ক্ৰিয়াবিশেষণাত্মক শব্দ ঃ এলা, ঝান্টে, কেমনে, কমনে, কেনে, হেনয়।

(১০) স্বাৰ্থিক প্ৰত্যয় ঃ ( বাসুয়া ) কমাইতেৰে, ( হাবি ঘাটে ) বৈয়াৰে, খাৱৰে। তু. উঠবে উঠ বাপু ( ব. গী. )।

(১১) তুলনা ঃ পুৰুষত কৰিয়া তিৰিৰ বৰ বোধ, তোমাত আগল আছে বেহুলাই সুন্দৰী।

(১২) শব্দ প্ৰয়োগ ঃ অথিতি, অপ্ৰাজিতা, আটাল, আঠুকুৰ, উকতি চা, কামা 'কাটূ', কতি, কথি ( গেলা ), কাদা 'বোকা', কান্থই 'ফণি', কাউৰ, কাঙ্কবা, গল, 'ডিঙি', গুয়া 'গুৱা', চাগল, চিলান, চতক্, ছাব, জল, ঝাবা, ঠোঠ, ঠোকনা, ডাক্, ডাকিস, ডিমা, ঢাক, তব 'বাম', দহ 'দ', দাৰু 'ঔষধ', নাউ 'নাম', নাগেশ্বৰ, নিন্দ, বৰ 'দবা', বাহিবাইল, বৈনী, ভাড়ি 'ভাণ্ড', ভোখ ভিজ্, ভুখিল, ভাৰ্সাকৰ্, মম্মা/মামা, মহৰি 'আঠুৰা', ৰূপা, লাঙ্গুল, লাঙল, শিথান, সুতাৰ 'বাঢ়ৈ', সাৰি পা 'সাৰ পা', হাসিনি, হাঠ্ 'খোজ কাঢ়্', ইত্যাদি।

১৬৯ মনকৰ, দুৰ্গাবৰ, আৰু পীতাম্বৰৰ ভাষাই পশ্চিম-অসমৰ উপভাষাবো প্ৰতিনিধিত্ব কৰিছে।

## চতুৰ্থ অধ্যায়

## মধ্যযুগীয় অসমীয়া

### ( সোতৰ শতিকাৰ পৰা উনৈশ শতিকাৰ প্ৰাৰম্ভলৈকে )

১৭০ প্ৰাচীন কালৰে পৰা কোচ-ৰাজত্বৰ শেষলৈকে ( সোতৰ শতিকা ) নামনি অসমতে সাহিত্যৰ কেন্দ্ৰ গঢ়ি উঠিছিল। তাৰ পাছত এই কেন্দ্ৰ উজনী অসমৰ আহোম-ৰাজধানীলৈ স্থানান্তৰিত হয়। আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত অসমীয়া ভাষাটোৱে নানা ধৰণৰ বুৰঞ্জী আৰু বিবিধ বিষয়ৰ কিতাপ-পত্ৰত ব্যৱহৃত হৈ নতুন জীপ পায়। আন সাহিত্য ৰচিত হ'লেও আহোম যুগৰ বুৰঞ্জী সাহিত্যৰ সংখ্যাই আটাইতকৈ বেছি বুলি কোৱা হৈছে। এই সাহিত্যত সংৰক্ষিত ভাষা হৈছে "আহোম ৰাজ্যৰ সাধাৰণ মানুহৰ মুখৰ মাত-কথা আৰু ৰাজ-চ'ৰাৰ শাসকীয় ভাষাৰ চানেকি"। ত্ৰয়োদশ শতিকাত ৰাজ্য প্ৰতিষ্ঠা কৰা আহোমসকলে নিজৰ ভাষাৰেই বুৰঞ্জী লেখিছিল, প্ৰশাসনীয় কাৰ্য পৰিচালনা কৰিছিল, আৰু কথা-বতৰা পাতিছিল। কিন্তু দুশ বছৰমানৰ ভিতৰতে তেওঁলোক দ্বিভাষী হৈ পৰিছিল। ষোড়শ শতিকাৰ পৰাই আহোমসকলে আহোম ভাষাৰ উপৰিও সমান্তৰালভাৱে অসমীয়া ভাষাৰে বুৰঞ্জী লেখিবলৈ আৰম্ভ কৰে। বুৰঞ্জী-সাহিত্যৰ সময় ষোড়শ শতিকাৰ পৰা উনবিংশ শতিকালৈকে।[17] আহোমসকলৰ ৰাজত্বকালত ৰচনা কৰা বুৰঞ্জীবোৰৰ ভাষাই অসমীয়া ভাষাৰ বিকাশৰ নতুন দিশএটাৰ ইঙ্গিত দিয়ে। তদুপৰি বুৰঞ্জীৰ ভাষাই পুৰণি অসমীয়া ভাষাৰ ঐতিহ্য আৰু পৰম্পৰাও বহন কৰে। পশ্চিম-অসমৰ ভাষাৰ যথেষ্ট-ৰূপে হোৱা প্ৰয়োগ বুৰঞ্জীবোৰৰ ভাষাৰ আন এটা লক্ষ্য কৰিবলগীয়া কথা।

১৭১ ধ্বনি-তত্ত্বৰ দৃষ্টিৰে চালে বুৰঞ্জীৰ ভাষাত সংস্কৃত আৰু অসমীয়া মাত ভাষাৰ ধ্বনি কেতবোৰৰ বিশেষভাৱে পৰিবৰ্তন হোৱা দেখা যায়। উদাহৰণ :

(ক) ক্ষ>খ : পৰীক্ষিত/পৰীখিত, দখিন, খেমাশীল ; তু. কাম দখিন।

খ>গ : বৈশাখ/বৈশাগ/বৈহাগ ; তু কাম বৈহাগ।

শ>খ : দখৰথী, দখোদেখি ; তু. কাম দখৰথ ( দশৰথ )।

ষ>হ : শেহ ( শেষ ), ধৰ্মভৰেহ ( ধৰ্মভত্তৰেষু ), দুহী ( দোষী )।

স>খ : প্ৰখন ( প্ৰসন্ন ), তু কাম. তুলেখী ( তুলসী )।

ৰ>ল : শৰীল ( শৰীৰ ), তু কাম শৰীল।

---

১৭ গগৈ, লীলা : শৰাইঘাটৰ মুকুত কথা, ১৯৭৭

শ>হ : বহ ( বশ ), ক্ৰোহ ( ক্ৰোশ )।

শ>খ : হৰ-খ ( হৰ-শ ), তু কাম. আখা ( আশা )

স>হ : বহতি ( বসতি ), তু কাম. বহ ( বস )।

ৱ>ব : নব ( নৱ ) বছৰ।

ষ্ণ>ষ্ট : বিষ্টো ( বিষ্ণু ), তু কাম. বিষ্টু।

হ্ৰ>ৰ : ৰাস ( হ্ৰাস ), তু পু অস ৰাস।

জ>ঞ : যুঞ ( যুঁজ )।

(খ) বুৰঞ্জীৰ ভাষাত মান্য ভাষাত হোৱা নিম্ন স্বৰ-ধ্বনিৰ ঠাইত কোনো কোনো ক্ষেত্ৰত উচ্চ স্বৰ-ধ্বনিৰ প্ৰয়োগ হোৱা দেখা যায় ( কামৰূপী উপভাষাৰো ই এটা বিশিষ্ট লক্ষণ )। কেতিয়াবা উচ্চ স্বৰ-ধ্বনিৰ নিম্ন স্বৰ-ধ্বনিলৈ পৰিৱৰ্তন হোৱা ৰূপো একেলগে পোৱা যায়। উদাহৰণ :

তিৰতা/তিকতা/তিৰোতা ; তু কাম তামুল, মা. অস. তামোল।

ভুৰ/ভোৰ।

সুধা ( সোধা ) গই।

যুৰ ( যোৰ )।

উপজিৰ ( ওপজিৰ )।

হাটধুৱা ( হাটধোৱা )।

সাজিছি ( সাজিছে ) ইত্যাদি।

১৭২ বুৰঞ্জীৰ ভাষাত সংৰক্ষিত প্ৰাচীন অসমীয়া ভাষাৰ ৰূপ কিছুমান এনে ধৰণৰ : ( দুই ) কুমৰে, ( কন্যাৰ কাৰণে ) কহিলন্ত, পাকি-পঠাই, কৈকৰ, কৈত, তাৰ ( পুত্ৰ ), প্যাক, তাক, আপোন দেশক গৈলা, ভৈৰপৰা, ভেৰেসে, ধনুৰ আদি, সিংহাসনৰ মাথা, সেনাখানে, কৌৰৱ সমে, ধৰিবাক প্ৰতি, দিয়োক, মঞি, হাটিয়া চলন্তে, জিনিতে ( পাৰিব ), দিয়া, হয়া, হইয়া, হৈল, গৈল, জনমিল, বৈলা, খৈলা, আহিবাৰ/আসিবাৰ, মাথাত হন্তে, তোমাত হন্তে, আৱাঁৰ ( ধনত ), পাতিলেক, তিনিগোট, এইগোট, ইগোট, একগোটা, মোৰ, তোৰ সমতে যাবোঁ, মানস মতিক লাগি, কৌক লাগি, খেদাইলেক, বৈসানি, আজৰীয়াসৰ, বজাৰৰ্দ, ৰাজাপদে, হৈবাক লাগি, আমৰা, কেমনে, যেমনে, যে, সে, কে, কেহো, তাৰা, কাহাকো, কহৰ নাথাত।

১৭৩ বুৰঞ্জীৰ ভাষাত পশ্চিম-অসমৰ ভাষাৰ ৰূপো প্ৰচুৰ পৰিমাণে সংৰক্ষিত হৈছে। তলত সেইবোৰৰ কিছুমান উদাহৰণ দাঙি ধৰা হ'ল : অন্যো, বিদ্যানাথ, তন্যো, ফায়ান ( বাহ ), লোলা ( হ'ল ), চণ্ডালে ( অকস্মাৎ ), চৈতাৰ মাস ( গোৱালে ১টা ), ( প্ৰাই

কথা কহিম) যাই, বাত-বাত্ৰা, লোৱা (লো), লোহা, (নোবৰা) হেন, (বুকু) চিৰি, ওঠেৰ, এঠেৰ, ছাল (হেলাই), শেহ পথ, তব (বাম), গাছ, বয়া, নাও (নাম), আহোঁক, গাএগ, থাকোঁক হবাল, গেল, আই (মা), বজো, আন্ধাৰ, থলে নি, আত থাকি ইয়াতকৈ), গল (ডিঙি), হেন সমাই (এনে সময়), কাণ্ড-গুলি (গুলা), কি লাগে কক, (ভনীয়েক) এটা, তামঞ্চা (তামচা) কৰোঁ। তোমোৰা/তোমুৰা/তোত্ৰা, মানুষৰ (মানুশৰ) হস্তে, (ঋণী হলু, লাঙতা, আৱী (গাধীৰ), গিলিপ, ডোল, বৰা (গাহৰি), সুমাই, (ৰাতি) খপ্, বৈ নি, বৰিহনা (বৈহৰাণা), মেঘো, বৈহাণ্ড বৈহোণ্ড), মানুষ ( মানুশ ), জল, চাৱা, ঝীয়ক, মামোৰা ( মাতৃহীন ), চন্দ্ৰনাৰাণ, আমৰা (আমি), জানিছ, উমৰা, পাইছেন, দিছি, তামাৰ (পূৰ্ব্বে), গোসা কৰ, কুকমা, ছাগল, দামাল দলং)।

১৭৪ শব্দ-মালাৰ দৃষ্টিৰে চালে বুৰঞ্জীৰ ভাষাত নানা ধৰণৰ শব্দৰ মিশ্ৰণ ঘটা দেখা যায়। তৎসম, অৰ্ধ তৎসম, তদ্ভৱ, দেশী, বিদেশী (আৰবী, পাৰছী, হিন্দী) শব্দৰ উপৰি আহোম আৰু আন জনজাতীয় ভাষাৰ শব্দও বুৰঞ্জীবোৰত ব্যৱহাৰ হোৱা দেখা গৈছে। তলত বিবিধ শব্দ-মালাৰ তালিকা দিয়া হ'ল :

(ক) তৎসমশব্দহিছাপে এই শব্দবোৰ চাব পাৰি : দধি, দুগ্ধ, ঘৃত, দন্ত, দণ্ড-ছত্ৰ, গো-ব্ৰাহ্মণ, দৈবজ্ঞ, বৈদ্য, কায়স্থ, স্বপ্ন, ক্ৰন্দন, ভয়-ভ্ৰান্তি, কন্যা, পুত্ৰ, ৰাত্ৰি, সৰ্প, শয্যা, ভাৰ্য্যা, অৰ্থ, তীৰ্থ, দান দক্ষিণা, মনুষ্য, দেৱতা, বাত-বৃষ্টি, ৰাজ্য, মধ্য, আবৃত, পূজা-সেৱা-মন্ত্ৰ, অন্যায়-অধৰ্ম ইত্যাদি। তৎসম শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত তলৰ বাক্যকেইটাও মন কৰিবলগীয়া : বালকৰ লক্ষণ : আকুঞ্চিত কেশ, সিংহৱৎ গ্ৰীৱা, হস্ত-পাদ-চক্ষু ৰক্তবৰ্ণ, দক্ষিণ হস্তত তিনিটা তিল, শঙ্খ-পদ্ম, বাম হস্তত অঙ্কুশ, গদা। উদৰত তিনিটা ৰেখা, কান্তি শ্ৰীমন্ত। এনয় চিহ্নযুক্ত ইন্দ্ৰপুত্ৰে ১০৭১ শকত স্বৰ্ণাদি পৰ্ব্বতত কিৰাতসকলৰ ৰাজা হ'ল। .. তেওঁৰ পুত্ৰ মহাতেজস্বী ৰাজনীতি ভেদকো জানোতা প্ৰচণ্ড-চৰিত্ৰ, উদ্যমশীল, সুজন-বশীকৰণ এই সকলকো জানে, ভবিষ্যৎ কাৰ্যকো জানে, পিঠি, কোখ, গল, উপস্তত ৰাজ-চিহ্ন আছে ; দুই হস্তত যন্ত্ৰ-অঙ্কুশ, অনামিকা, কনিষ্ঠ অঙ্গুলি সমান, হস্ত-পদ-চক্ষু ৰক্ত, এনে পিতৃ স্বৰ্গী হ'লত ১৩১১ শকত ৰাজা হ'ল।

[ দেওধাই অসম বুৰঞ্জী ]। আকৌ ই আখ্যানং সমাপ্তং ( পাদশাহ বুৰঞ্জী )।

(খ) অৰ্ধ তৎসম শব্দ কিছুমান এনেকুৱা : অকিলা/অকুলা, মুকুতা, কিৰিমি, বৰিষণ, ঘৰিণী, পাতৰ (পাত্ৰ) আদি।

(গ) তদ্ভৱ আৰু আন শব্দ : হাতী, ঘোঁৰা, দাঁত, মুখ, বক, মঁহ, মেঠোন, গাহৰি, বামুণ, কাথ, কলিজা, হিলৈ, বাক, কাঁচা, ডিঙি, ভুখ, কঁহাৰ, লোৰখী,

তেলী, মালী, ধোবা, বাট্টে, চমাৰ, কমাৰ, কুমাৰ, তাঁতী, কেওঁট, কোচ, চুটিয়া, গৰীয়া, মৰীয়া, হাবি ; আঠুৱা, টেমী, কটাৰী, খান, কোমোৰা, কচু আদা, কেৰেলা, বেঙেনা, কপাহ ; হাঁহ, পাৰ, কুকুৰা, ছাগ, পছু, মাছ, কাছ, চাউল, লোণ, তেল, গুৰ, ধুঞাপাত, তামোল, পাণ, আৰৈ চাউল, মুগুমাহ, মাটিমাহ, চিনি, হালধি-গুণ্ডি, ভোগজীৰা, হিঙ্গ, খৰি, ভোটমৰিচ, চুণ, চক-হাড়ী ; তাল, আম, কঠাল, বেল, নাৰিকল, তাম পিতল, সোণা, কাঁহ ; জাতিফল, কাপৰ, মোট, লাড়ু, কাঠি, কামি, চৰ্দাৰ, ভৰ, আদমি, ফৌজ, গোলাম, খুব, নাবাব, খাজানা, নগদ, দস্তুৰ, তিয়াৰ (তৈয়াৰ) নফৰ, কপীয়া, বিহান, খোদা, কোৰাণ, লাল, হকেম, খাতিৰ, খুচি, মাজুম, জৰ্দ, ছবুজ, সলাহ, পৰদা, চাগিৰ (চাগিৰ্দ), মহিনা, দুসমন, নেমাজ, ওজু, ফাৰাক ইত্যাদি।

(ঘ) আহোম শব্দ আৰু অসমীয়া শব্দৰ লগত আহোম শব্দ : মহাৰাজাৰ থকা ঘৰ হোলোং, লেচাম বুলি ভালুক, লেচাই বুলি বাঘ, লাঙ্গু বুলি সাপ, লাচিত বুলি উদ, লাপেত বুলি মেকুৰী, লাউ বুলি বান্দৰ ; চৌখাম কৰি, খেম কৰ নৈ, খুনবাৰ, মাইহাং, চকলং, লাকনি কামুত, লাকনি কাপচান, লাকনি বাইমিত ইত্যাদি।

(ঙ) সম্বন্ধবাচক শব্দ : জেঁৱাই, শহুৰ, জেঠেৰি, বৈনাই, ভাগিনী, ভাৰ্য্যা, বৈণী, বাপেৰ, বাপেক, পুতেক, ভায়েৰ, ভায়েক, এনায়েক, পুথায়ক, ভনী, জিয়ৰী, বৰপুতেক, বৰ মাজু পুতেক, সৰু-মাজু পুতেক, সৰু পুতেক বুপা-ককা, পো, পুলিন পুথাও, নাতি ককা, আজো ককা ইত্যাদি।

(চ সৰ্বনাম আৰু সংখ্যাবাচক শব্দ : আপোনাৰ (নিজৰ), আপুনি নিজে), তাইত (সিইত), তেত্রা, তঞি, মঞি, সিসকল, তান (তাৰ) ; পোন্ধেৰটা, এঘেৰেটা, আঘাৰে (পুৰুষ) আদি।

(ছ) প্ৰতিধ্বন্যাত্মক শব্দ : কৰ-খুত, ঘাট-ফাঁট, বটা বাহন, মানুহ-দুনুহ, ৰং-চং, ডা-ডাঙৰীয়া, চা-চকী, ছা-ছোৱালী, ফা-ফুকন।

(জ) সংযুক্ত শব্দ : তামোল-পাণ, মোল-বচন, দুখ-মৰম, আনন্দ-উৎসৱ, ভূত-পিশাচ, ভূত-ভবিষ্যত শাক-কচু, পাণ-গুৱা, অস্ত্র-শস্ত্র, মাছ-পছু, কোৱা-ছিলা, হাতী-ঘুঁজ, ম'হ-যুঁজ, খোৱা-পিন্ধা, বাটি-লোটা, দ্ৰব্য-বস্তু, শত্ৰু-ভাৱ, নক্ষত্ৰ-যুদ্ধ, সূৰ্য্য-গ্ৰহণ, সুবৰ্ণ-গো-ভূমি-ৰজত, জেঁৱাই বৰণ, কড়ি-টোপোলা, শিলিখা জল, তলে-ওপৰে-বাৰে।

(ঝ) ক্ৰিয়াবিশেষণাত্মক শব্দ : যেনেৰূপে, এইৰূপে, ভালৰূপে, কিৰূপে, আন্ত (ইয়াত), আন্তে (ইয়াতে), আন্তপাচে (তাৰ পাছত), একদিনাপ্ৰতি/এদিনাপ্ৰতি (এদিনাখন), একদিন (এদিন) নাইকিয়াকৈ (নোহোৱাকৈ), সপ্ৰপকে, তেবেসে, যেমসে, কিকৈ, প্ৰভাতে, ৰাতিপুৱাতে, হিন্দুৰতে, এথেৰ (ইয়াৰ), এথেতে (ইয়াতে), এথেলৈ (ইয়ালৈ) তলৈ (তালৈ), তত (তাত)।

১৭৫ বুৰঞ্জীৰ ভাষাৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য কিছুমান তলত দিয়া ধৰণৰ :

(ক) বহুবচনাত্মক প্রত্যয় :

ভূৰ/ভোৰ/বোৰ : খোৱা বহা সকলোভূৰ ; ইভোৰ, আমাৰ ভোৰ ;
ইবোৰ, সেবোৰ, সিবোৰ/সিভোৰ ।

বোলাক/বিলাক : ইবোলাক, সি বোলাক, নেওগ বিলাক ।

হঁত/হেঁত : তহঁত, বাপাহঁত, ইহেঁত ।

সকল : এইসকল, ৰাজাসকল. ডাঙৰীয়াসকল,
বস্তুসকল. দুখসকল. বাদ্যসকল ।

(খ) নির্দিষ্টতাবাচক প্রত্যয় :

কেইটা : পৰিচাৰককেইটা

খন/খান : তিনিখন. তামোলখন. কন্যাখান. কোনখান

গছ : দ্বিৰী দুগছ

চলু : পানীচলু

জন/জনা/জনী : দহজন. তিনিজনা, তিনিজনী

ট / টা / টি : একটা ( কন্যা ), ঘৰ অটা, লৰাটি, টেকেলা অটা / এটা,
এইটক, মানুহটত

টো : দবাটো, মৈদামটো

টুপলি : লোণ-এটুপলি

ডাল : একডাল গছ. খৰিকাডাল

ডুখৰি : কানি এডুখৰি

ধাৰ : বিৰিদুধাৰ

পাট : তিনিপাট ( কাড় )

বাটি : পঞ্চামৃত এবাটি

মখা : কচাৰী এমখা

যোৰ/যুৰ/যুৰি : খাৰু এযোৰ, শিং বাৰেযুৰ. চেংকুকুৰা এযুৰি

সাজ : কাপোৰ দুসাজ

সজা : চৰাই এসজা

(গ) অনির্দিষ্টতাবাচক প্রত্যয় :

চাৰিয়েক ( দিন চাৰিয়েক )
চাৰেক ( খোটচাৰেক )
মান ( এপৰমান বাতি ), একহাতমান, [illegible]
জেক ( জনজেক পঞা-ভূঞা )

(ঘ) শব্দ-বিভক্তি :

প্ৰথমা—এ : পখীয়ে
দ্বিতীয়া—ক : প্ৰজাক
তৃতীয়া—ৰে : অধলাৰে
চতুৰ্থী—লৈ : স্বৰ্গলৈ
ষষ্ঠী—ৰ : সোণৰ
সপ্তমী—ত : অৰণ্যত

ক্ৰিয়াটো সকৰ্মক হ'লে সচৰাচৰ কৰ্তাৰ পাছত প্ৰথমা এ-বিভক্তি যোগ হয় ; যেনে, ৰজাদেৱে কটকী পঠালে। কেতিয়াবা কেতিয়াবা ক্ৰিয়াটো অকৰ্মক হ'লেও প্ৰথমা বিভক্তি যোগ হোৱা দেখা যায় ; যেনে, মহাৰাজাই শদিয়া নগৰলৈ গ'ল। ৰজাদেৱে দিহিঙলৈ গ'ল। প্ৰথমা বিভক্তিয়ে কেতিয়াবা তৃতীয়া বিভক্তিৰ, কেতিয়াবা সপ্তমী বিভক্তিৰ, আৰু কেতিয়াবা পঞ্চমী বিভক্তিৰ কাম চলোৱা উদাহৰণ বুৰঞ্জীৰ ভাষাত আছে : নাৱে গ'ল, যুদ্ধে বলে নোৱাৰি, কটকীৰ মুখে। দ্বিতীয়া বিভক্তিয়ে কেতিয়াবা চতুৰ্থীৰ কামো কৰে : চুক্ৰানফাৰ ঠাইক মানুহ পঠালে, অৰণ্যক গ'ল। দ্বিতীয়া বিভক্তিৰ সলনি সপ্তমী বিভক্তিৰ প্ৰয়োগো নোহোৱা নহয় ; যেনে, কিংলুঙে ৰজাদেৱত কলে, চুকাফা ৰাজাত কলেহি। কেতিয়াবা কোনো শব্দ-বিভক্তিৰ ব্যৱহাৰ নোহোৱা উদাহৰণো আছে : ৰজা মৃত্যু হ'ল। তৃতীয়া বিভক্তি -ৰেৰ উপৰি -এৰে/ -য়েৰে আদিৰ ব্যৱহাৰ পোৱা যায় : পাখিএৰে, তুমিয়েৰে, আমিয়েৰে, সুবাএৰে (সুবাৰে) ইত্যাদি। অপাদান অৰ্থত ষষ্ঠী 'ৰ'ৰ পাছত পৰা পৰ-সৰ্গ ব্যৱহাৰ কৰা হয় : দুখৰ পৰা।

(ঙ) ক্ৰিয়া-ৰূপ : (১) পাৱে, সোমায়, ওলায়, খুৱায়, হয় মৰে, পাওঁ, জিৱাওঁ, আছে, থয়, কৰে, বহে, আনে।

(২) জন্মিলে, প্ৰজিলে, বুলিলে, পঠাই দিলে, থব দিলে, ৰহুৱালে, ধৰিলে, কলে।

(৩) কৰিবি, মাৰিব, দিম, যাম, পচিব, থহিব, হব, মাগিবা, কৰিবা, থাকিবা।

(৪) শুনিছোঁ, আছোঁ, পাইছোঁ।

(চ) তুমুনন্ত ক্ৰিয়া-ৰূপ : হবাক (ইচ্ছা), যাব দিলে), থবিব (দিলে, চাব (দিলে), চাবলৈ (যা)।

(ছ) কৃদন্ত ৰূপ : জিকিবৰ শুনি, যাবৰ দেখি, কিনিবৰ ছলে, ওলাওঁ-সোমাওঁ

(জ) নাত্ত্বাৰ্থক ক্ৰিয়া-ৰূপ : নালাগে / নেলাগে, নাজানে, নেবাজে, নাজাৱো, নাখায়, নুখুৱায়, নুশুচে, নাপাহৰিবি, নিদিলি, নেতিলে নোবোলে, নোজোৰাই, নটকলিন, নৰহৰ ;

(ঝ) চৰ্তসাপেক্ষতা : সত্ৰাজিতকো ধৰি দিব পাৰিলেহঁতে, মিত্ৰৰ কাৰণেহে নিদিলে। ইয়াক কাটিলোঁহঁতে, পণ্ডিতক নাকাটোঁ। মই যদি ৰাজা হলোঁহেঁতেন, ম'হ খোৱাক ম'হ, ছাগ খোৱাক ছাগ, মেঠন খোৱাক মেঠন, এইৰূপে দিলোঁহেঁতেন।

(ঞ) তুলনা-বুজোৱা ৰূপ : তোত কৰি মোৰ স্নেহৰ মানুষ আন নাই।
আমাত কৰি খানিক ছাৰ হুব।

(ট) পৰ-সৰ্গ : উপৰত : টেকেলাৰ উপৰত
ওপৰে : চৰাৰ ওপৰে
কাৰণে : ৰৰৰ কাৰণে
গৈ : থাকক গৈ
তলত : মাটিৰ তলত
দ্বাৰে : দেৱানৰ দ্বাৰে
নামে : ৰজনী নামে
নিমিত্তে : আঁৱজিবৰ নিমিত্তে
নিকি : এতিয়া নিকি (এনে কথা হুব)
মধ্যত : ৰাজ্যৰ মধ্যত, ভাতৃৰ মধ্যত
লগত : তাৰ লগত
সৈতে : ৰবা-বুকক সৈতে, মানুহে সৈতে
হতুৱাই : গোঁহাইৰ হতুৱাই
হি / আহি : ৰহিল হি, সোমাল হি, ৰল আহি
হুনু : কলে হুনু

১৭৬ বুৰঞ্জীৰ ভাষাত কিছুমান বিশিষ্ট প্ৰয়োগ চকুত পৰে। তলত তেনে প্ৰয়োগ কেতবোৰ দাঙি ধৰা হ'ল : সমস্তে (আটায়ে), গধূলি-বেলা, দুপৰ ৰাতি, ৰজাদের ত্ৰ্যোপনতে আছিলে / ৰজাদের শিলাগ্ৰামতে আছিল, এপৰমান ৰাতি আছোঁতে, মধ্যৰাতি, সকলো মুলি, সমালোচন হৈ (আলোচনা কৰি), নিৰ্ভৰ নিদ্ৰা (ঘোৰ নিদ্ৰা), আনকাদিনা / আনাদিনা (আন দিনাখন), আযোণৰ একপক্ষ আছিতে, অৰুণোদয় বেলা, তিনি বেসি (তিনিবাৰ), গতায়াত / আয়াযাত / গতাগত (অহা-যোৱা), সন্তোষ হৈ, মই পুনৰ্ব্বাৰ স্বৰ্গক আসিম, কিছো মাইকিছিলে (নাছিল), নপৰিয়া পৰ্ (নবীয়া পৰ্), পৰিল (মৰিল), কতোদিন আছি (থাকি), সবো জিলি, যি বস্তু আছিলমানে, পুছিলে (সুধিলে), তাঞ্জি (তেওঁ, বেসমাৰক, অলপবয়ীয়া মানুহ), ৰব আদমি (ডাঙৰ মানুহ), বৰ-বেটা (ডাঙৰ ল'ৰা), খৰচি (খৰচ কৰি), গোচৰিলে (গোচৰ দিলে)।

১৭৭ বুৰঞ্জীত পোৱা বাক্য বীতিৰ নিদৰ্শনহিছাপে তলৰ বাক্যবোৰ মন কৰিবলগীয়া :

পাছে কিংলুঙ্গে এই কথা বজাদেৱত কলে।
মহাৰাজাই শুনিয়া নগৰলৈ গ'ল।
বজাদেৱ শিলাগ্ৰামতে আছিল।
একে হাবিতে দুটা মত্তা বাঘ, হাতী নাথাকে।
একে পাটতে দুটা বজাও নাথাকে।
যেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকলো কথা পত্তিতে লেখি বাখিব।
কাঠৰ গড় বান্ধিম পচিব, মাটিৰ গড় বান্ধিম খহিব। মই কথাৰ গড় বান্ধি দিছোঁ, প্ৰাণ-পৰিভূগী হব।
লাউ তল যাব, শিল উপজিব, কোৱা বগা হব, বগ কলা হব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব, তেবে কি মোৰ কমুল ছাৰিবে ?
স্বৰ্গদেৱক মৰম যেথা কৰিবা। অসূয়া-অপ্ৰীতি নকৰিবা।
সিও বজা হ'ল। সি অপুত্ৰক। তাৰ মাক-বাপেক কেও নাই।
সোণৰ মেকুৰীটি মোক দে। মোৰ জীয়ে পৰপুৰুষৰ মুখ দেখা নাই, লোকৰ ঘৰলৈকো যোৱা নাই, কিকৈ এনে হ'ল ?
মোৰ ভাগৰ লাগিছে। মই জিৰাওঁ। তাৰ ঘৰতে বজা গৈ।
মোৰ প্ৰসাদে তঞো মোক পাবিহি। মই লাম্চাৰৰ। মোৰ কেও নাই। যতে পাও তাতে থাকোঁ। মঞি তোক পুহিম। কিনো অযোগ্য কাম কৰিলোঁ, পতিব্ৰতা ধৰ্মকো এৰিলোঁ। গেলি পোক পৰিব, দিনে দিনে তাকে ভাজি খাম। তঞি মনে মনে থাক। তঞি কোন ক। তোবো নাই কেও, মোবো নাই কেও, দুয়ো, ইয়াতে থাকিম।
তোক মই এই দেশৰ ৰাজা পাতিলোঁ।
আমালৈ কন্যা দি মিত্ৰ কৰক।
তুমি দুখ নকৰিবা, মই সোণৰ বিড়ালা গঢ়াই দিম।
বাট-পথো দুৰ্গম, দেশো দূৰৈ।
আপততৈক তেজ শক্তিও বাস পৰিল।
যেতিয়া কলিৰ পৰা গছ গজিব, শুকান ডালত কুঁহিপাত ওলাব, আৰু কোৱা বগা হব তেতিয়াহে তইঁত শাপমুক্ত হবি।
তেওঁ কলৈ গ'ল বা তেওঁৰ কি হ'ল কোনেও গম নেপালে।
মঞি কোনখান কৰিব পাৰোঁ চাওঁ।

ঘনশ্যাম মোৰ ভাই হয়।
তোৰ ভাৰ্য্যা চন্দ্ৰপ্ৰভাক মোক দি।
আজি মোলৈ ভাত কিয় নিনিলি?
বৰ গছৰ তলতে মদ-ভাত খালি।
মই তোক হাক দিলোঁ।
মোৰ কথা তঞি নামানিলি।
পাদশ্বাৰ ৰাজ্যৰ পৰা দিল্লীক লাগি তিনি মাহৰ বাট।
পুত্ৰ হলে পিতৃৰ বচন কৰিব লাগে।
এনে ঠাই এৰি কলৈ যাম?
দিল্লীৰ পৰাই সাত দিনৰ বাটত ৰণ লাগিল।

১৭৮. ওপৰত দেখুওৱা বিশ্লেষণৰ পৰা এইটোৱে ক'ব পৰা যায় যে আহোম যুগৰ অসমীয়া ভাষাটো এটা সমন্বয়ৰ ভাষা। ইয়াত পশ্চিম-অসমৰ ভাষা, পূব-অসমৰ ভাষা, পূৰণি অসমীয়া, আহোম ভাষা, আন থলুৱা (জনজাতীয়) ভাষা, বিদেশী ভাষা, সংস্কৃত ভাষা আদি নানা ভাষাৰ উপাদান সন্নিবিষ্ট হৈছে। অথচ তাৰ মাজেদি পূব-অসমৰ ভাষাৰ সুকীয়া গঢ় এটাৰ স্পষ্ট ইঙ্গিতো পোৱা হৈছে। ডঃ সূৰ্যকুমাৰ ভূঞাই লেখিছে: "আজি-কালি শিক্ষাৰ প্ৰচলন আৰু নানা জাতিৰ সংমিশ্ৰণৰ ফলত 'পাদশ্বাহ বুৰঞ্জী'ত ব্যৱহৃত হোৱা যাৱনিক শব্দবোৰৰ অৰ্থ যেয়ে সেয়ে বুজি পোৱা হৈছে। কিন্তু খৃষ্টীয় সপ্তদশ শতাব্দীত যে অসমীয়া সাহিত্যত সেইবোৰ শব্দ অবাধে ব্যৱহাৰ হৈছিল তাৰ পৰা সেই কালৰ অসমীয়াৰ নিজৰ ভাষাৰ পৰিপুষ্টি সাধনৰ সমুদায় চেষ্টাৰ প্ৰত্যক্ষ অনুমান কৰিব পাৰি।"

১৭৯ আহোম-যুগৰ বুৰঞ্জীবোৰৰ উপৰি আন বিবিধ বিষয়ৰ পুথিৰ ভাষাও একে পৰম্পৰাতে ৰচিত হৈছে। তলত এনে কেইখনমান পুথিৰ ভাষাৰ চানেকি দাঙি ধৰা হ'ল:

(ক) হস্তিবিদ্যাৰ্ণৱ: পৰ্ব্বতৰ পৰা ওলাই আহি সোণৰ সৰু গছৰ পানিৰ বুকুত কটালি থাকেহি। সেই গছৰে পৰা কতো দিন থাকি দন্তাল মাখনি দুটা হাতি হৈ হাবিত বন পচলা খাই ফুৰে, সকল ভূমিএ ভ্ৰমৰি ফুৰে। তাৰ পৰা অনেক লাখ বিলাখ হাতি হ'ল। মাতবা ৰাজাক ৰাত্ৰি অপূৰ্ব্ব স্বপ্ন ৰাজপণ্ডিতে দেখালেহি। বোলে তোৰ যে হাতি মৰে, তাকে জি কাকত আনিছ সেই কাকত প্ৰভাতে চোৱাবি। এতেকে তাত জি আছে পাবি। পাছে ৰাজাএ প্ৰভাতে পণ্ডিতৰ হতোৱাএ চোৱালে। পণ্ডিতে কাকত চাই পালে—সকলো দেখক মাসদি মিলে হস্তি নমৰে। পাছে ৰাজাৰ সুভূলা সুভূলা হলজোৰ, সুভূলা পাৰ সজনজোৰ সুভূলা হাঁহ পোজনজোৰ সুভূলা ছাতি

পাঁচোটা এইসকল দেৱসকললৈ মানসি দিলত হাড়ি নমৰিল, বহুত বহুত কৰি হাড়ি হ'ল। এই কাকতখন জি পণ্ডিতে পাই ৰজাক দিব, জি ৰাজত থাকে, তেনেৰূপে সেই-দেৱতাক মানসি দিলে ভাল হয়। এই কাকতখন জি ৰাজত থাকে বয়া মুবুলিৰ।

(খ) ঘোঁৰা-নিদান: কুৰকুৰিয়া ব্যাধি: লক্ষণ: পেটে মাতে, কেৰমেৰাই, মুৰডাঙি ফুৰে, ঘাহ পানি নাখাই, উঠিলে খুন্দাই, তাকে বোলে কুৰকুৰিয়া ব্যাধি। ঔষধ: সৰু মানিমুনি, বৰ মানিমুনি, জাবেসেৰি, ভোটাহুৰবি, আদা পকচকলি মাখি পকটা, জাবৰাজ, বহুৰ, সবাকে বাটি বজলা লোনেৰে খুৱাব। পানি তপতাই খুৱাব। এতেকে ব্যাধি নাস। ... গৰ্ভহাৰা: লক্ষণ: পেট মাড়ি খলখলায় তাকে গৰ্ভহাৰা বুলি। তসা ঔষধ: সিজুৰ আগ তিনিটা পুৰিব। বাহৰ পাচৰ কাটিডাঙা পিপৰাৰ বাহ পানীত খচিব। সিজুৰ ৰস ভাতে দিব। বজলা লোনেৰে খুৱাব। গৰ্ভহাৰা গুচে।

(গ) কামৰত্ন-তন্ত্ৰ: মুখবন্ধ: শ্ৰীকৃষ্ণায় নম: অথ শিৱ পাৰ্ব্বতী সম্বাদ। একদিনা পাৰ্ব্বতীয়ে শঙ্কৰত সুধন্ত—প্ৰভু কামৰত্নতন্ত্ৰ মোত কহা। শঙ্কৰে কহন্ত - শুনা পাৰ্ব্বতী বশ, আকৰ্ষণ, বিদ্বেষণ, স্তম্ভন, মাৰণ, শান্তিপুষ্টি আদি কৰি এই কৰ্মসকল যে কালত যে নিয়মে কৰিব তাহাক কহো। বশ আকৰ্ষণ এই কৰ্ম বসন্ত কালত কৰিব। গ্ৰীষ্মত বিদ্বেষণ, বৰ্ষাত স্তম্ভন, শিশিৰত মাৰণ, শৰতত শান্তিপুষ্টি, হেমন্তত উচ্চাটন এহি ক্ৰমে কৰিব। ...অথ ঋতু নিৰ্ণয়: দিনগোটৰ প্ৰথম দশ দণ্ড বসন্ত, অপৰ দশ দণ্ড বৰ্ষা, অপৰ দশ দণ্ড শিশিৰ, মধ্যৰাত্ৰে অপৰ দশ দণ্ড শৰত, অপৰ দশ দণ্ড ( উষা ) হেমন্ত এহি নিয়মে ঋতু কাল। এইমতে কৰ্ম কৰিলে সিদ্ধি হৱে। ইতি ঋতু নিৰ্ণয়।

(ঘ) নীতিলতাঙ্কুৰ: মই উপকাৰ কৰোঁ, মোকো উপকাৰ কৰিবা। এই বুলি মিত্ৰকৰণকে প্ৰতিকাৰ বুলি, ৰামসুগ্ৰীৱয়োৰিব। ...আমা দুই ৰজাৰ প্ৰধান পুৰুষ এই কাৰ্য্যক সাধোক এই বুলি মিত্ৰকৰণকে পুৰুষান্তৰ বুলি। ...যদি শত্ৰুক আপোনাতকৈ হীন যেন দেখে সেইএবে মিত্ৰ নকৰিব, যাতো তাৰ পৰা সংশয় নাই। ... বিশ্বাসৰ পৰাহে সকল কাৰ্য্য হয়। যুৱৰাজাক লাগি এই নিয়মে পত্ৰ লিখি দিব।

১৮০ অষ্টাদশ শতিকাৰ পৰাৰ্দ্ধত ৰচনা কৰা 'কথা-গুৰুচৰিত'খন অসমীয়া ভাষাৰ ইতিহাসৰ দৃষ্টিৰে এখন অতি উল্লেখযোগ্য গ্ৰন্থ। আহোম-যুগত ৰচনা কৰা বুৰঞ্জী আৰু আন বিভিন্নবিষয়ক পুথিবোৰত সংৰক্ষিত ভাষাটোৰ পৰম্পৰা ইয়াতো ৰক্ষিত হৈছে। কথা-গুৰুচৰিতৰ ভাষা বুৰঞ্জীৰ ভাষাৰ নিচিনাই এটা সমন্বয়ৰ ভাষা। ইয়াৰ ভাষাতো পুৰণি অসমীয়া, পশ্চিম-অঞ্চলৰ অসমীয়া, আৰু পূব-অঞ্চলৰ অসমীয়াৰ সুন্দৰ মিশ্ৰণ ঘটিছে।* তলৰ আলোচনাৰ পৰা কথাখিনি প্ৰমাণিত হ'ব। ধ্বনিতাত্ত্বিক দৃষ্টিৰে কথা-গুৰুচৰিতৰ ভাষাৰ 'বৈশিষ্ট্য' 'কিছুমান' এনে ধৰণৰ:

(ক) বহুবচনাত্মক প্ৰত্যয় : খে : তোম্ৰাখেৰ
বোৰ : এইবোৰ
ভোৰ : সকভোৰ, এইভোৰ, খোলাভোৰ
ৰা : তাৰা, আৰা
সৱ : আনোসৱ, বাপুসৱ

(খ) নিৰ্দিষ্টতাবাচক প্ৰত্যয় : খান/খানি : আশীখান, কমলিখানি
গোটা : চৌধগোটা
চলা : শিস এচলা
ছৰা : দোছৰা
জনা : দুজনা, নজনা
জুৰি : ভুনি পচৰা এজুৰি
জোৰ : পাঠা এজোৰ
টা : হাতী সাতোটা, মৈটা
টো : গাটো, জানটো
টি : একটি শিশু, ফুটি, টকাএটি
টে : ঘিটে, স্ত্ৰীটে
পাচি : চাউল এপাচি
পহা : চাউলপহা
কেৰি : ধূলিকেৰি

(গ) অনিৰ্দিষ্টতাবাচক প্ৰত্যয় : চাৰেক : খৰিচাৰেক মানুহ

(ঘ) সৰ্বনাম আৰু সংখ্যাবাচক শব্দ : তুমি, আমি ( মই ), মোৰ, তোৰ, আমাৰ, তেওঁ, আত্ত, আপুনি ( নিজ ), আপুন ( নিজ ), নিজ ; পোন্ধেৰ, ত্ৰাহ্ন, চৈধে ।

(ঙ) শব্দ-বিভক্তি : প্ৰথমা—এ : ভগৱন্তে
দ্বিতীয়া—ক : মাতৃক
তৃতীয়া—ৰে : চক্ৰেৰে
চতুৰ্থী—লৈ : ঠাইলৈ
ষষ্ঠী—ৰ : গোলকৰ
সপ্তমী—ত : পৃথিবীত

কেতিয়াবা প্ৰথমা বিভক্তিৰ দ্বাৰা তৃতীয়া, সপ্তমী, আৰু চতুৰ্থীৰ কাম চলোৱা হয় আৰু কেতিয়াবা সপ্তমী বিভক্তিৰ দ্বাৰা দ্বিতীয়াৰ কাম চলোৱা দেখা যায় :

যশে জগত ডুবিলে, ভাগীৰথী তীৰে, ঊৰ্দ্ধে গ'ল, পিতাত কৰা। অপাদান কাৰক বুজাবলৈ কৰা প্ৰয়োগবোৰ এনেকুৱা : বৈকুণ্ঠৰ পৰা, তৈৰ পৰা, মহেশত হন্তে, উজানৰ হন্তে, কুণ্ডিলন্তে। পূৰণি অসমীয়াৰ ষষ্ঠীৰ 'ন' আৰু 'কেৰি'ৰ ব্যৱহাৰো আছে : তানে ( বেটা ), তাকেৰি ( অংশ )। পূৰণি অসমীয়াত নিমিত্ত-অৰ্থত হোৱা ব্যৱহাৰো পোৱা যায় ; যেনে, কাচক লাগি।

(চ) ক্ৰিয়া-ৰূপ :

(১) লয়, কৰে, কহে, ধৰোঁ, পাৰোঁ, দিঅ, শ্ৰৱণ কৰে, কীৰ্ত্তন কৰে, যুজ, হ, থাকক, হক।

(২) গলন্ত, গৈচন্ত, আচন্ত, আচিলন্ত।

(৩) দিলে, থলে, কলে, কৰিলে, ধৰিলে, দিছিল।

(৪) দিছোঁ, দিছে।

(৫) কৰিবা, কৰা, আনিবাহা

(ছ) নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপ : নকৰা, নাখাৱ, নালাগে, নহ'ল, নিচিনো, নেপেলাৱ।

(জ) কৃদন্ত-ৰূপ : হবৰ শুনি, আহিবৰ দেখি।

(ঝ) অসমাপিকা : শুনি, তুলি, হয়া।

(ঞ) চৰ্তসাপেক্ষতা : আমিয়ে চালোহন্তে পাবো কি চাবো।

(ট) পৰ-সৰ্গকেতবোৰ : অন্তে : মাসেকৰ অন্তে

অৰ্থে : গুৰুজনৰ অৰ্থে

উপৰে : হাজোৰ উপৰে

একা : দাসে কৰিলে একা, পুত্ৰে একা

গৈ : পালে গৈ

চো : থাপে চো

চোন : কচোন

দহো : ৰৰ বেগ দহো, মই দহো

দৰে : অৰ্জুন দৰে

দি : দিলে দি

মাজ : জলাৰ মাজ, কুণ্ডাৰ মাজ

মধ্যত : দুয়োজন মধ্যত

সঙ্গে : উলুৰ সঙ্গে

সমে : বাবাসমে

হন্তু : তুমি হন্তু

১৮১ কথা-গুৰুচৰিতত ব্যৱহাৰ হোৱা শব্দ-মালালৈ চকু দিলে দেখা যায় যে ইয়াত প্ৰধানকৈ তৎসম শব্দৰ প্ৰয়োগ হৈছে। অৰ্ধতৎসম শব্দৰ সংখ্যা তাকৰ; তদ্ভৱ শব্দৰ উপৰি বিদেশী শব্দ কিছুমানো আছে। পুথিখনত পোৱা তৎসম শব্দ কেতবোৰ এনে ধৰণৰ: গো, বস্ত্ৰ, ৰজত, সুবৰ্ণ, সদা, সৰ্বদা, গুৰু, বন্ধু, সুহৃদ, সোদৰ, পিতা, মাতা, আত্মা, প্ৰাণ, হৱন, হোম, ব্ৰত, পূজা, দান, দক্ষিণা, পুত্ৰ, দুহিত্ৰী, শিশু, বিপ্ৰ, দৈবজ্ঞ, ব্ৰাহ্মণ, দধি, দুগ্ধ, ঘৃত, মধু, দিব্য, সুন্দৰ, মহাবীৰ, গম্ভীৰ শান্ত, সুশীল আদি। কেতিয়াবা একোটা বাক্য সম্পূৰ্ণ তৎসম শব্দেৰে গঠিত হোৱা দেখা যায়: "ছত্ৰাকৃতি মাথ, আকুঞ্চিত কেশ, পূৰ্ণ চন্দ্ৰ বদন, কুন্দ কলি দশন, নাসা তিলফুল, আয়তলোচন, বাহু বক্ষস্থল, উৰু ৰামকল, চৰণ-কমল দেখি মনোহৰ"। আকৌ: "পদ্মপাহীসদৃশ আয়তলোচন, মদনচাপ ভ্ৰুযুগ, নাসা তিলফুল, অধৰ বক্তিম বাতুল, পূৰ্ণশশী মুখ-পদ্ম, দশন কুন্দকলি পান্তি দাবিম্ব, শ্বেত হাস্য, বাক্য গম্ভীৰ, মধুৰ অমৃত বৰষে, চাৰু চিবুক শ্যাম, সিংহবদ্ধ স্কন্ধ, বাহু বক্ষস্থল অশ্বত্থৰ পত্ৰনয়, ভুজ বাসুকীপ্ৰায় আজানুলম্বিত, বতুৰ মোলাণ আঙ্গুলি, নখ চন্দ্ৰসম জ্যোতি নিলম্ব কৃশ কটি পীতভুনি, উৰু ৰামকল, জানু সুঠাম, নৰপল্লৱ পাদপদ্মকোৰ পৃথিবীৰ সম সহন, বুদ্ধি বৃহস্পতি, ধৈৰ্য্যে মেৰু, গম্ভীৰে বিষ্ণু, এনে দিব্য ৰূপ দেখি চমৎকাৰ হৈ ৰামদাসে পৰি দণ্ডৱতে নমিলে"। অৰ্ধতৎসম শব্দ হিচাপে কছপা (কচ্ছপ), খীৰ, ঈৰিষা আদি ৰূপ পোৱা যায়। তদ্ভৱ আৰু আন শব্দ কিছুমান এনে ধৰণৰ: ধান, আখৈ, পিঠা, শাক, খেৰ, কাপ, মৈলাম, তুলাপাত, হাঁহ, পাৰ, মাছ, কাছ, গাখীৰ, কলা, তামোল, পাণ, সোণা, ৰূপা, কাঁহ, পিতল, তাম, লোণ, তেল, জলকীয়া, জুই, মেজি, খৰি, হাত, ভৰি, আঠ, দহ, উত্তৰ, দখিন। বিদেশী শব্দ কিছুমানো আছে: বিহান টুপী, দোকান, গোলাম, চাকৰ, ধুপ (ৰ'দ) চামনে, মৰদ ইত্যাদি। সংযুক্ত শব্দহিচাপে আগ-পাচ, বঢ়া-টুটা, ভ্ৰম-ভ্ৰান্তি, হ্ৰস্ব-দীৰ্ঘ আদি শব্দ পোৱা যায়। কথা-গুৰুচৰিতত ক্ৰিয়াবিশেষণাত্মক শব্দ কিছুমান এনেকুৱা: একদিনা, তত (ত'ত), অতে (ইয়াতে), তৈতে, সেইখিতে, একোৰূপে, এখেত (ইয়াত), কেতিয়া।

১৮২ কথা-গুৰুচৰিতত পশ্চিম-অসমৰ ভাষাৰ অনেক প্ৰয়োগ সোমাই আছে। তলত সেইবোৰৰ উল্লেখ কৰা হ'ল: আতা, আবু, জল, গধাই, আপী, দুদুমাক, পিতাত (কথা), লোম (লোম), ভিতাকান, মাণে খাব, বাজা, বৰ্ঠা, লোহা, গুৱা, চোট, নৰা, গুবাল, চুৱা (কুলীয়া মিঠৈ), কাত্তো (বকৰি), তোৱা, বুলনাটি, বাজা (বালি), দু হব, জান হি, বাদাভাড়, হৱা, আমখাম, খান-দান, হানি (খুটি), তেহে, জোখা (জোখ), বটি পি, খাদু, বেৰ, ত্ৰী ধী, তিনি নবৰাৰ, লাহ (হো),

তুনি, পাচবা, আটাহ পাৰ্, মহপাল, ভাউৰি, গেখি দি, সাৰা (দূত), খচ, ইন্দুৰ, সিন্দুৰ, ৰাদি (ফাকি), মোকচ, টাকা (টকা), বয়া, পেটা কাঢ়, কুয়া (গেলা), ভাবৰ (চৰিয়া), চাগল, লাগ পা, নৈবেদ (নৈবেদ্য) আৱাসুত্তা, মন কৰা (কাম কৰা), লক (এৰাৰি), জুই পুৱা, পুয়া, মাথা, হলু, মৈ (জখলা), জুৰ (ঠাণ্ডা), মেল (কেৰ্কেটুৱা), চিলিজা, বান্ধা (চাকৰ), হাই-হিহনি, দীঘলা, কলা (মাহ), লাঙল, সিথান, মমা, (মায়া), কাণ্ডে (কাৰণে), চাৰা (গোটেই), লঘু কৰ, বেৰাই (ঘুৰি), আধ্যা (অধ্যায়), ধণ্দা, আটাল, কমৃলি, সাঙ্গ কৰ, জেকা মাৰ, ৰাগ উঠ।

১৮৩. কথা-গুৰুচৰিতত ব্যৱহাৰ হোৱা বাক্যকেইটামানৰ চানেকি এনেকুৱা :

(ক) শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ জগত-গুৰু।

(খ) অনন্ত চৰিত্ৰ ব্ৰহ্মাসিদ্ধমুনিসবেও অন্ত কৰিব পৰা নাই।

(গ) তুমিও এটি গীত গোৱা।

(ঘ) তেনেতে চণ্ডীবৰ গুলাল গৈ।

(ঙ) ভক্তি-হাট পাৰি দোকান মেলিলে।

(চ) আমাৰ বংশত অপণ্ডিত নাই।

(ছ) দৈৱজ্ঞে চাই পণ্ডিত হব বুলি কলে সিও দেখো মিছা হ'ল।

(জ) সপ্তদশ বৰ্ষত মনুকন্যা জন্মিল।

(ঝ) এইটো মাজিৰ ঘৰ হয় নে।

(ঞ) মই কণ্ঠ নপড়িয়া।

১৮৪. কথা-গুৰুচৰিতত কিছুমান সুকীয়া প্ৰয়োগো আছে : আয়াঘাত, খুইছে, থুইলে, কৈলে, পৈল (মৰিল), বিহীন হ'ল (মৰিল), সজ হ'ল (ভাল হ'ল), ধৰিছিলে, বেলা (সময়), নাইকাত (নোহোৱাত)। পুথিখনত অপাদান-অৰ্থ বুজাবলৈ ব্যৱহাৰ কৰা ৰূপ -ৰ তে > ৰ্ত্তে < -ৰ হন্তে, যেনে, অগ্নি-হোমৰ্ত্তে ওলাই, এইখিনিৰ্ত্তে, কুণ্ডিলৰ্ত্তে এটা বিশিষ্ট প্ৰয়োগ। আন এটা মন কৰিবলগীয়া কথা হৈছে পৰোক্ষ উক্তিৰ বাক্যৰ ব্যৱহাৰ ; যেনে, কিয় অহা হ'ল ? কাইলৈ অনা হব। এতিক্ষণে অনা যাব। পাত কাটিবলৈ কাচি দিওতে মুখ দেখা গ'ল। এতিয়া আৰু শৰৰ গৃহ যোৱা নাযাব।

১৮৫. ওপৰত কৰা আলোচনাই এইটো প্ৰমাণ কৰে যে কথা-গুৰুচৰিতত সংৰক্ষিত ভাষাটো বিকাশৰ পথত আগ বঢ়া পৰম্পৰাযুক্ত অসমীয়া ভাষা। আহোম-বুৰঞ্জী আৰু আন পুথিৰ ভাষাবে সৈতে বিজাই চালে ইয়াত মাত্ৰ তৎসম শব্দৰ প্ৰাচুৰ্যৰ কথাই প্ৰধানকৈ চকুত পৰে। বুৰঞ্জী আৰু আন পুথিৰ কথিত ৰূপো ইয়াত সোমাই আছে। ইয়াত "সত্ৰীয়া মাৰ্জিত বচন-ভঙ্গী প্ৰতিফলিত হৈছে।"

১৮৬. এইখিনিতে উল্লেখযোগ্য যে সপ্তম শতিকাৰ পৰা ওঠৰ শতিকালৈকে বিভিন্ন স্তৰৰ মাজেদি বিকশিত আৰু সমৃদ্ধ অসমীয়া ভাষাটোৱে অষ্টাদশ শতিকাৰ শেষৰ পৰা উনবিংশ শতিকাৰ মাজ-ভাগলৈকে ( ১৮৪৬ খৃঃ ) চৰম দুৰ্যোগৰ সন্মুখীন হ'বলগীয়াত পৰিল। অষ্টাদশ শতিকাৰ ভাটিছোৱা কালৰ পৰাই স্বৰূপতে অসমৰ স্বাধীনতা বেলি লহিয়াবলৈ ধৰে আৰু তাৰ প্ৰত্যক্ষ প্ৰমাণস্বৰূপে ৰাজ্যৰ ভিতৰত নানা গৃহ-কন্দল আৰু উৎপাত আৰম্ভ হয়। চন্দ্ৰকান্ত সিংহ প্ৰকৃততে সাঁজৰ বেলিকা (১৮১০ খৃঃ) অসমৰ ৰাজপাটত উঠে আৰু তেওঁৰ ৰাজত্বৰ আগছোৱাতে মানৰ প্ৰথম আক্ৰমণ হয় ( ১৮১৬ খৃঃ )। ইয়াৰ পাছৰ দহ-বছৰ-কাল মানৰ অত্যাচাৰৰ ৰাজত্ব বুলিব পাৰি। ১৮২৬ খৃষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত য়াণ্ডাবু সন্ধিৰ চৰ্তমতে অসম ইষ্টইণ্ডিয়া কোম্পানিৰ হাতলৈ অহাৰ পৰাহে তাৰ ওৰ পৰে।[৯৮] "মোৱামৰীয়া বিদ্ৰোহ, গৃহ-কন্দল, আৰু মানৰ আক্ৰমণত নিশকতিয়া হোৱা অসম ১৮২৬ খৃষ্টাব্দত ইষ্টইণ্ডিয়া কোম্পানিৰ হাতলৈ যোৱাৰ পিছৰ দুটা দশক অসমীয়া ভাষাৰ বাবে মৰ-আঁউসী-স্বৰূপ।"[৯৯] '১৮২৬ খৃষ্টাব্দৰ পৰা .৮৪৬ খৃষ্টাব্দলৈকে এই দুটা দশক অসমৰ জাতীয় জীৱনৰ বাবে অনিশ্চয়তাৰ দশক। এই দুটা দশক অসমৰ বাবে আশাহীনতাৰ আৰু ভাষাহীনতাৰ দশক।"[১০০] ভূতৰ ওপৰত দানহ ওলোৱাৰ দৰে ইষ্টইণ্ডিয়াকোম্পানিৰ আমোলৰ দহ বছৰ পাৰ হ'বলৈ নৌপাওঁতেই আন বিধৰ এক বিপদ চাপিল। ১৮৩৭ চনৰ আইন অনুসাৰে ভাৰতবৰ্ষৰ সকলো স্থানীয় চৰকাৰেই পঢ়াশালি আৰু আদালতত মাতৃ-ভাষা চলাবলগীয়া নিয়ম হ'ল যদিও অসমৰ বেলিকা তাৰ ব্যতিক্ৰম ঘটিল। অসমত অসমীয়া ভাষাক শিক্ষা আৰু প্ৰশাসনৰ পৰা আঁতৰাই বঙলা ভাষা জাপি দিয়া হ'ল। "বৃটিছ-ৰাজত্বৰ প্ৰথম দুটা দশকৰ অন্ধকাৰ সময়ছোৱাত অসমত সাংস্কৃতিক সচেতনতা প্ৰায় নোহোৱাৰ দৰে হৈছিল। বৃটিছ-শাসনৰ ছত্ৰ-ছায়াত মূৰ দাঙি উঠা মুষ্টিমেয় অসমীয়া ভাতৰীয়া সকলৰ মাজতো এহাতে নিজৰ ভাষিক আৰু সাংস্কৃতিক ঐতিহ্যক লৈ হীনতাবোধ গঢ়ি উঠিবলৈ ধৰিলে আৰু আনহাতে ইংৰাজ-শাসনৰ হাত ধৰি সিঁদিৰী স্বৰূপে অহা বঙলা ভাষাৰ প্ৰতি তেওঁবিলাকৰ আকৰ্ষণ বাঢ়ি যাবলৈ ধৰিলে।"[১০১] ক'লা ডাৱৰৰ মাজতো পোহৰৰ একোটি ৰেখা বিৰিঙি উঠাৰ দৰে অসমৰ এই দুখ-দুৰ্ভাগ্যৰ মাজতো এটি সুঘটনা ঘটিছিল। সেয়ে হৈছে অসমলৈ আমেৰিকাৰ বেপটিষ্ট মিছন-সমাজৰ শুভাগমন। যি বছৰতে অসমীয়া ভাষাৰ ল্যাকলা হৈছিল

৯৮ নেওগ, ডিম্বেশ্বৰ : অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি, প্ৰথম ভাঙ্গণ

৯৯ শইকীয়া, নগেন : আমাৰ মন্থ, : ভূমিকা, পৃষ্ঠা ১

১০০ শইকীয়া, নগেন : প্ৰকাশ : অৰুণোদই-সংখ্যা, ১৯৮৩

১০১ শইকীয়া, নগেন : ঐ ঐ ঐ

প্ৰায় সেই বছৰতে (১৮৩৬ খৃঃ) যেন তাৰ নিৰাকৰণ কৰিবলৈকে তেওঁলোকক দৈৱী শক্তিয়ে ইয়ালৈ পঠিয়াইছিল।[১০২] ১৮৩৬ চনত আমেৰিকাৰ বেপটিষ্ট মিছনেৰি সকলৰ নেতৃত্ব বহন কৰি বিশেষভাৱে ব্ৰাউন আৰু কটুৰ-দম্পতী অসমৰ শদিয়াত উপস্থিত হ'লহি। অসমলৈ মিছনেৰি সকলৰ আগমন 'এক দৈৱসংঘটিত ঘটনা'। ব্ৰাউনে বহু আশা আৰু পৰিকল্পনা বুকুত বান্ধি প্ৰথমতে শদিয়াত উপস্থিত হৈছিল যদিও অৱশেষত অসমতে 'অসম মিছন' প্ৰতিষ্ঠা কৰি অসমৰ উন্নতিৰ হকে আত্মোৎসৰ্গ কৰিবলগীয়া হ'ল। অসমীয়া ভাষা-সাহিত্যলৈ আমেৰিকাৰ মিছনেৰিসকলৰ অৱদান চিৰস্মৰণীয়। "মিছনেৰিসকল নহা হ'লে সেই সময়ৰ ইংৰাজ-বিষয়া আৰু বঙালী কৰ্মচাৰীসকলৰ অনুগ্ৰহত অসমীয়া ভাষা চিৰদিনৰ বাবে সমাধিস্থ হ'লহেঁতেন।"[১০৩] অসমীয়া "ভাষাও যে এটা ভিন্ন ভাষা, ইয়াৰো যে নিজস্ব বৈশিষ্ট্য এটা আছে সেইটো আমেৰিকান বেপটিষ্ট মিছনেৰি সকলেই প্ৰথমতে বাজহুৱাভাৱে সদৰি কৰিলে। এক প্ৰকাৰ ই হ'ল অসমীয়া ভাষাৰ প্ৰথম অন্তৰ্ৰাষ্ট্ৰীয় স্বীকৃতি।"[১০৪]

১৮৭· ইপিনে অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ-ৰচোঁতা বৃটিছ বেপটিষ্ট মিছনেৰি ৰবিনছনৰ কাৰ্যকলাপৰ কথাও অসমীয়াই পাহৰিব নোৱাৰে। ৰবিনছনে অসমলৈ বেপাৰ কৰিবলৈ অহা ইউৰোপীয় ব্যৱসায়ীসকলৰ সুবিধাৰ বাবেহে অসমীয়া ভাষাৰ ব্যাকৰণখন ৰচনা কৰিছিল (১৮৩৯ খৃঃ)। কিন্তু তেওঁ অসমত বঙলা ভাষাৰ প্ৰচলনৰহে পৃষ্ঠপোষকতা কৰিছিল। কলিকতাত চৰকাৰৰ হাতত দিয়া স্মাৰক-পত্ৰ এখনত তেওঁ অসমত অসমীয়া ভাষাৰ প্ৰৱৰ্তন কৰিলে বঙলা ভাষাৰ সকলো সাহিত্যৰ দুৱাৰ অসমীয়াৰ বাবে বন্ধ হৈ পৰিব আৰু বঙলা ভাষাত লিপিবদ্ধ কৰা সকলো চৰকাৰী নিৰ্দেশ আৰু বিধি-ব্যৱস্থা অসমত অচল হৈ পৰিব বুলি মন্তব্য দাঙি ধৰিছিল। এই কথাৰ সম্ভেদ পাই 'অসম মিছনৰ অসমীয়া ভাষাৰ সমৰ্থনকাৰী বিশেষভাৱে মাইলছ ব্ৰনছনে' তীব্ৰ প্ৰতিবাদ কৰিছিল। ব্ৰনছনে লেখিছিল: বঙলা অসমৰ মাতৃভাষা নহয়। সাধাৰণ মানুহে বঙলা ক'লে বুজি নাপায় আৰু লিখিত বঙলাও নুবুজে। আমি প্ৰায় প্ৰতিদিন পাইতে এনে মানুহ পাইছোঁ যি হাতত কিতাপ এখন দিলেই কয়: আপোনালোকৰ কিতাপ আমি পঢ়িব নোৱাৰোঁ। কিন্তু যেতিয়াই সেইবোৰ অসমীয়া ভাষাতহে লিখা, বঙলাত লিখা নহয় বুলি কোৱা হয়, তেতিয়াই সাগ্ৰহে সেইবোৰ গ্ৰহণ কৰে আৰু পঢ়ে। ·ৰেল-পথাৰত, ঘৰত, নাম-প্ৰসঙ্গত

---

১০২ নেওগ, ডিম্বেশ্বৰ: অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি, প্ৰথম তাঙৰণ

১০৩ শইকীয়া, নগেন: প্ৰকাশ, অক্টোবৰ-সংখ্যা, ১৯৮৩

১০৪ চলিহা, সত্যানন্দ: ঐ ঐ ঐ

যেতিয়া শাস্ত্র ব্যাখ্যা কৰা হয়, নৱজাত শিশুটিয়ে যেতিয়া মাকৰ মুখৰ পৰা প্ৰথম শব্দটি শুনে আৰু নিজে যিটো প্ৰথমে ক'বৰৈ ধৰে, নাৱৰীয়াই ব'ঠাৰ চাবে চাবে যেতিয়া গীত গায়, খেতি চপোৱাৰ সময়ত দাৱনীয়ে যিবোৰ গীত গায়—এই সকলোতে এটমাত্ৰ ভাষাৰ ব্যৱহাৰ—সেইটো হৈছে অসমীয়া ভাষা, বঙলা ভাষা নহয়। গতিকে আমাৰ বিনম্র মত এইটোৱে যে এই প্ৰদেশত কোনো জনপ্ৰিয় শিক্ষা-আঁচনি গ্ৰহণ কৰিবলৈ হ'লে তাক মাতৃ-ভাষাৰ মাধ্যমেৰে কৰিব লাগিব।[১০৫] অসম-উপত্যকাৰ ওচৰে-পাজৰে থকা পৰ্বতীয়া জাতিবোৰেৰে সৈতে কথোপকথনৰ মাধ্যম যে একমাত্ৰ অসমীয়া ভাষা তাকো তেওঁ উল্লেখ কৰি গৈছে। আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰি-সকলৰ আগমনে অসমীয়াসকলক আশা দিলে, ভাষা দিলে, আৰু 'নিজৰ ভাষা, সাহিত্য, সংস্কৃতি তথা জাতীয়ভাৱ প্ৰতি গঢ়ি উঠা হীনমন্যতাবোধ আঁতৰাই অসমীয়া মানুহৰ মনত আত্ম-মৰ্যাদা প্ৰতিষ্ঠা কৰাত' প্ৰধান ভূমিকা গ্ৰহণ কৰিলে। তেওঁ-লোকৰ এই কাম-কাজৰ বাবে 'অৰুণোদই' মুখ-পত্ৰ আছিল।

---

১০৫ শৰ্মা, বাণীকান্ত : অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান, ১৯৮১

# পঞ্চম অধ্যায়

## আধুনিক অসমীয়া : আৰম্ভণী কাল : ( ১৮৪৬-১৮৮৮ )

১৮৮. আধুনিক অসমীয়া ভাষাৰ আৰম্ভণী কালক দুটা ভাগত ভগাই চাব পাৰি : (ক) ১৮৪৬-৭৩ চনলৈ হ'ল অসমীয়া ভাষাৰ আত্ম-প্ৰতিষ্ঠাৰ ৰণৰ কাল, (খ) ১৮৭৩-১৮৮৮ চনলৈ আধুনিক অসমীয়া ভাষাৰ সাহিত্যিক প্ৰতিষ্ঠাৰ কাল। ১৮৪৬-১৮৮০ চনলৈকে এই সময়চোৱাক অৰুণোদয়-কাল বুলিও কোৱা হয়। এই কাল বা যুগটো অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসৰ এটা স্মৰণীয় যুগ। ১৮৪৬ চনৰ জানুৱাৰি মাহৰ পৰা আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰীসকলৰ যত্নত শিৱসাগৰৰ পৰা ধৰ্ম, বিজ্ঞান, সাধাৰণ বা-বাতৰি, আৰু জ্ঞানবিষয়ক মাহেকীয়া আলোচনী 'অৰুণোদই' সম্বাদপত্ৰখন ওলাবলৈ আৰম্ভ কৰি ১৮৮০ চনলৈকে চলি থাকে। ১৮৬১ চনৰ জানুৱাৰিৰ পৰা 'অৰুণোদই', 'অৰুণোদয়' হয়গৈ। ১৮৪৬ চনৰ পৰা ১৮৮০ চনলৈকে অৰুণোদয়-যুগৰ সময়ছোৱাত উজনি-অসমৰ শিৱসাগৰ-অঞ্চলৰ উপভাষাটোৰ বিচাৰ-বিশ্লেষণ আৰম্ভ হয়, সেই উপভাষাটোৰ ওপৰত ভিত্তি কৰি বিবিধ নতুন বিষয়ৰ কিতাপ-পত্ৰ ৰচনা কৰা হয়, আৰু এইদৰে সি মান্যভাষাৰূপে প্ৰতিষ্ঠিত হৈ উঠে। পঢ়াশালি আৰু আদালতৰ পৰা অপসাৰিত হোৱা অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ (১৮৭৩) বাবে যুঁজিছিল বেপ্টিষ্টসকলে। তেওঁলোকৰ প্ৰধান সহায় হৈছিল আনন্দৰাম ঢেকিয়াল ফুকন। দৰাচলতে অৰুণোদয়-যুগটো ভাষাৰ ক্ষেত্ৰত 'বাট-বিচৰা, বাট-কটাৰ যুগ'। ডঃ মহেশ্বৰ নেওগৰ ভাষাত ক'বলৈ হ'লে, 'বেপ্টিষ্টসকলে অসমীয়া ব্যাকৰণ, অভিধান, পঢ়াশলীয়া পুথি, জ্ঞান-বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ কৰি, আলোচনী তথা খবৰ-কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুণোদই' চলাই পঢ়াশালি আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰৰ যুঁজত প্ৰথম আৰু শক্তিশালী যুঁজাৰু হৈ, অসমীয়া লোকক নতুন অসমীয়া ভাষা লিখাত কলম ধৰাই, অসমীয়া শব্দাৱলীত ইংৰাজী সম্ভাৰ আৰু অসমীয়া বাক্য-ৰীতিত ইংৰাজী প্ৰভাৱ সুমুৱাই অসমীয়া ভাষাক মৃতসঞ্জিৱনীৰে নতুন জীৱন দিলে ; আধুনিক সাহিত্য-সৃষ্টিৰ বাবে অসমীয়া ভাষাৰ পথাৰত প্ৰথম নাঙল চোচৰালে, আৰু আটাইতকৈ ডাঙৰ অসমীয়া মানুহক আত্ম-প্ৰত্যয় শিকালে।"

১৮৯. অৰুণোদয়-কাকতৰ গদ্য আৰু পদ্যত ৰচনা কৰা বিবিধ ৰচনাৱাজি আৰু মিছনেৰিসকলে উলিওৱা পুথিবোৰত অৰুণোদয়-যুগৰ অসমীয়া ভাষাটোৰ নিদৰ্শন সংৰক্ষিত হৈছে। অৰুণোদয়-কাকতৰ লগত কেইজনমান প্ৰতিভাশালী অসমীয়া লোকো

জড়িত আছিল। তেওঁলোক হ'ল ঃ নিধি লিবাই ফাৰোৱলে, আনন্দৰাম ঢেকিয়াল ফুকন, আৰু হেমচন্দ্ৰ বৰুৱা। অসমীয়া ভাষাটো শিকি লেখাৰ সময়ত তাক প্ৰয়োগ কৰিবলগীয়া হোৱাত মিছনেৰিসকলে প্ৰথমতে যিধৰণে ভাষাটো কোৱা হৈছিল, তেনেধৰণে লেখিবলৈ যত্ন কৰিছিল। ১৮৫৪ চনৰ এপ্ৰিল-মাহৰ অৰুণোদয়ত 'ষ্টাইল এণ্ড মোড অব্ স্পেলিং' নামৰ প্ৰবন্ধ এটাত এনে সিদ্ধান্তৰ সমৰ্থন কৰি এইদৰে লেখা হৈছিল ঃ "ভাসাত ৰণ নো বোলে ৰন হে বোলে, পানী হলে পানি বোলে, পাপীৰ ঠাইত পাপি, কূলৰ ঠাইত কুল ; সূৰ্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু বেকৰ পাচত এটা আখৰ দুটাকৈ নুফুটে ; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে ; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম মুখত নোলাই ; সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম, নাইবা ধৰম, কৰম, মৰম, এইৰূপে ওলাই। শ্লোক লিখিলে সংস্কৃতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে। ভাষাত হলে আমাৰ দাই নধৰিবা।" ডক্টৰ নেওগৰ উল্লেখমতে "ৰবিনছনে 'ৱ' আখৰটো ব্যৱহাৰ কৰিছে আৰু পুৰণি পুথিৰ বৰ্ণ-বিন্যাস বৰদাস্ত কৰিছে।" মিছনেৰিসকলৰ অসমীয়া বৰ্ণ-বিন্যাস-নীতিৰ অৱশ্যে সমালোচনাও হৈছিল আৰু বিশেষকৈ হেমচন্দ্ৰ বৰুৱাই তাৰ বিৰোধিতা কৰিছিল। ১৮৬১ চনৰ পৰা 'অৰুণোদয়'ত হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা নিৰ্দেশ দিয়া বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হ'ল। হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'আত্মজীৱন-চৰিত'ত এই-দৰে লেখিছে ঃ যেতিয়া মিস্যনেৰি বিলাকৰ ওৰিলৈ নিতৌ যাবলৈ ধৰিলোঁ, তেতিয়াৰ পৰা অৰুণোদয়েৰে সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হ'ল। তাতে মই তাৰ বৰ্ণ-বিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধিৰাম ফেৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ-বিন্যাস প্ৰণালীৰ পৰা এক আঙুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হয়, তথাপি 'ৱ' আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল। ·· পিচত পাদ্ৰী ডক্টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল। আৰু 'ৱ'ৰ ব্যৱহাৰ চলিল।"

১৯০. মিছনেৰিসকলে অসমীয়া ভাষাটোক উচ্চাৰণ অনুযায়ী লেখিবলৈ যত্ন কৰাৰ ফলস্বৰূপে মাত্ৰ অসমীয়া ভাষাটোৰ ধ্বনিগত বৈশিষ্ট্যৰ ছবি এখন 'অৰুণোদয়'ৰ বুকুত অঙ্কিত হৈ থাকিল। মিছনেৰিসকল কিন্তু নিজৰ উদ্দেশ্যত সম্পূৰ্ণ সফল হ'ব নোৱাৰিলে। ১৯৬১ চনৰ আগলৈকে ওলোৱা 'অৰুণোদয়'ৰ সংখ্যাবোৰ চালেও ইয়াৰ সত্যতাৰ প্ৰমাণ পোৱা হয়। ১৮৪৬ চনৰ পৰা ১৮৬১ চনলৈকে ওলোৱা 'অৰুণোদয়'ৰ সংখ্যাবোৰত ব্যৱহাৰ হোৱা অসমীয়া আখৰবোৰলৈ লক্ষ্য কৰিলে অসমীয়া বৰ্ণ-মালাত থকা অথচ উচ্চাৰণত নথকা বহুতো আখৰৰ এই সময়ত ব্যৱহাৰ হোৱা দেখা যায়। স্বৰ-বৰ্ণৰ ভিতৰত ঈ, ঊ, ঋ, এইকেইটাৰ ব্যৱহাৰ পোৱা নাযায়।

ব্যঞ্জন-বৰ্ণৰ পাছত লগা 'ঊ' হ'লে পোৱা যায় ; যেনে, শ্ৰীপ্ৰানন্দনাথ। ব্যঞ্জন-বৰ্ণৰ 'ঙ'ৰ ঠাইত 'ঙ্গ' পোৱা যায়। ড়, ঢ় য়, এই তিনিটা আখৰৰ ব্যৱহাৰ পোৱা নাযায়। বাকী আখৰবোৰৰ ব্যৱহাৰ আছে ; যেনে, অ, আ, ই উ, এ, ও . ক, খ, গ, ঘ, চ, জ, ঞ ; ট, ঠ, ড, ঢ চ, ঢ়, ণ, ত, থ, দ, ধ, ন ; প, ফ, ব, ভ, ম, য, ল ৰ, ৱ ; শ, ষ, স, হ, ং। উদাহৰণ : অনেক, আক, ইচা, উত্তম, এই, ওখ ; কথা, লিখি গচ, ঘনে, বচৰ, জপি, চিৰাজগঞ্জ ; টকা, উঠা, ডেৰ, গাড়ী, ঢাকি, গ্ৰিড়, গবৰ্নমেন্ট, তাৰিখ, পথাৰ, দিন, ধন, নাই ; পৰ, ফৰিজ, বেজি, ভাটি, মেঘ, যজ্ঞা, কাল শিৱসাগৰ, এডিয়া, শ্ৰী, শ্ৰেষ্ঠ আকাস, মানুহ, বং। ১৮৬১ চনৰ পৰা ওলোৱা 'অৰুণোদয়'ত, <, ড়, ঝ, য়, ক্ষ আদিৰ ব্যৱহাৰ হৈছে ; যেনে, পূৰ্ব্ব চাতৰ, মাধ্বত, যোৱা, সংক্ষেপ। আখৰবোৰৰ ব্যৱহাৰ থাকিলেও যি ঠাইত যিটো আখৰ লেখিব লাগিছিল সেইমতে লেখা নোহোৱা-টোৱে 'অৰুণোদয়'ৰ বৰ্ণ-বিন্যাসৰ বৈশিষ্ট্য। সেয়েহে 'অৰুণোদয়'ত আমি শব্দ কিছুমান এনেদৰে পাওঁ : জানোআৰি, নোআৰোঁ, পোআকৈ, বকআ অতিসই, শিৱসাগৰ, গ্ৰিড়, অৰস্তেই, আচিলে কৰিচোঁ, জতন, সুভলৈ, হই, সেসে, দেস, চাত্ৰ, মিচুগ্ৰিষ্ট, মত্ৰ, স্বভাও, চাহ ( চাহ ইত্যাদি।

১৯১. অৰুণোদয়-যুগৰ ভাষাত আহোম-যুগৰ ভাষাৰ আনকি তাৰ আগৰ যুগৰ ভাষাৰো পৰম্পৰা কিছু সংৰক্ষিত হৈছে। উদাহৰণ :

ক) ধ্বনি-তত্ত্ব : য > খ : ৰখিছিল, ৰখুন, তু কাম দোখ ( দোষ )

ক্ষ > খ : নখেত্ৰ, পখ, খেমা

শ > খ : মানিখা ( মাজনিশা ), দেখাধিকাৰ ( দেশাধিকাৰ )

স > হ : সৰ্বগ্ৰাহ, তু কাম সৰ্বগ্ৰাহ

জ > ঝ : মাঝ ( মাজ ), তু. কাম ঝাল ( জাল )

(খ) ৰূপ-তত্ত্ব আৰু বাক্য-তত্ত্ব। চকুএৰে, নায়েৰে, আহিবৰ কালত, আপুনি ( নিজে ) জানিব। ল'ৰাসকল, এইসকল মাহচাবেক, কি তৈলা, লোকে হনু, ৰজ-বিলাক, ৰবনটো, যাইকিটো, গাটো, মানুহটে, ৰবাটৰ, পকলাটেক, সিবিলাকে আহিল, তিমতাবিলাক, এইকপে, আপোনাহত, আপুনি কি কাৰণে ইয়ানকৈ ভাবিচা ? যোলা যদি কেনেকৈ ইমান দিয়ানি হল, বাক কৰ্ত সুনা, জিবোৰে, পাতেহি, পৰিলাপে, তাৰ দৰ আইকলতকৈ অধিক হই, এখেতে থাকা, ৰজাত কলে, দেশত আহলৈ, খুইচে, মানুহৰ হাতৰ্তে, চলিলন, চাৰিগোট ৰবটোপ, বুপা, কৰা, কবিজবোৰ উজাই পৈচিলে, এটা কিতাপ, নাইকিছিল।

১৯২. অৰুণোদয়-যুগৰ ভাষাত কিছুমান যুকীয়া প্ৰয়োগ পোৱা যায়। উদাহৰণ : অনেক (বহুতো), বৰ (ডাঙৰ) দাঁত, পৰিমান (প্ৰমাণ'), তোমোলাকৰ (তোমালোকৰ),

অসম ভাষা ( অসমীয়া ভাষা / ১৮৪৬ মার্চ ), বধ হো আ মানুহটো, পদ্য (পত্ত) তপত দেসত, ঘনে ( বেগাই ) জাই বাত্তিপুআ বেলিত ( বাত্তিপুৱাৰ সময়ত ), চাৰিভৰিয়া জন্তু, বেলিয়ে বেলিয়ে ( সময়ে সময়ে ), বেপাৰৰ দোআৰাই, অলপিয়া কৰি (সংক্ষেপে), সিমা নোহোৱা (অনেক), গম্ভিৰ ( গভীৰ ) পানি, অতি (বৰ) সোআদ সেস (বাকী), কেৰামত (প্ৰভাৱ), আচৰিত দৰে ( ধৰণে ), খুৰসালি ( খুলশালি ), বিজুলি ( বিজুলী), নাইকিয়া ( নোহোৱা ) দেখি মমত (মোহ), ইয়াকে বুলি ( কৈ ), চিকণ ( ধুনীয়া ), মানিধা / মানিসা ( মাজনিশা ), সোধ ( বিচাৰ ) কৰ, বুৰপা ( দীক্ষিত হ ), কতুবাত ( কৰবাত ), আগত সন ( অহা ছন ), সুন্দৰে ( ভালদৰে ) প্ৰকাসিব নোআৰি, দেখিবলৈ ( চাবলৈ ), জাবৰ কাৰণে ( যাবলৈ ), ধৰিবৰ নিমিতে (ধৰিবলৈ), লোনা ( লুনীয়া ), নলনি ( নল থকা ঠাই ), কান্দনি (কান্দোন), সবলে ( হে সবলা ), অধিনী চুবুৰিয়ানী, প্ৰচাৰকনী, গায়ননী, হৰিনীয়া নয়ন, পোহন ( পোষণ ), সোধপোচ ( অনুসন্ধান ), পাঠ কৰ (পঢ়), বেগাই বেগাই ( সোনকালে ), অবস্থে অবস্থে ( যেনেতেনে ), আলোচনা ( চৰ্চা ), অসুখ ( অসুবিধা ), কিন্তু যদি সভ্য আৰু সুখি হব খোজা, কিম্বা যদি উপজিবৰ পৰা নহই, যুগুত (সাজু , যৌৱন পুৰুষ (ডেকা), অসিমা ( অশেষ ) ]

১৯৩. অৰুণোদয়-যুগৰ ভাষাত শব্দ-মালাৰ পিনৰ পৰা মন কৰিলে দেখা যায় যে ইয়াত তৎসম, অৰ্ধতৎসম, তদ্ভৱ, হিন্দী, আৰবী, পাৰছী, পৰ্তুগীজ, ইংৰাজী আদি বিবিধ ধৰণৰ শব্দই ঠাই পাইছে। কোনো কোনো, সময়ত আন ভাষাৰ পৰা শব্দ ধাৰ নকৰি নতুন অসমীয়া শব্দ কিছুমানৰ সৃষ্টি কৰা হৈছে; যেনে, শিলপানী ( বৰফ ), লতা-পনিয়ল ( আঙুৰ ), নাগমাটি ( কয়লা ), পৰ্হাসালি, পোত্তাসাল / বন্দিসাল, ঘাম-কাল ( গ্ৰীষ্ম ), মেঘৰ বিজুলি ( বজ্ৰপাত ), দুৰবিয়া ( ডবল এজেন্ড ), বুৰ ( বেপ্টিজম ), ধৰম পুথি ( বাইবেল ), সোধৰ দিন ( ডি ডে অফ জাজমেণ্ট ); সুভ বাত্ৰা ( গছপেল ), মহাখাল ( গাল্‌ফ ), মাজুলি ( আইলেণ্ড ), ৰৰকটকি ( এম্বাছেডৰ ), সহাই ( এছিষ্টেণ্ট ), বেজ-সাল ( হস্পিটেল ), মহাদৰ্সন (একজিভিছন) পুথিসালি ( লাইব্ৰেৰি ), ৰাজ মেল ( পাৰ্লিয়ামেণ্ট ), পছু-ঘৰ ( জু ), পেৰেজনি ( ক্ৰচ ), প্ৰদিপ-দল ( লাইট হাউছ ), মহাগৰ ( চীনৰ প্ৰাচীৰ ), ভাপৰ নাও (ষ্টিমবোট), ভাপৰ ৰথ / ধুআৰ ৰথ ( ৰেল-গাড়ী ), কল-ৰথ যোআ আলি/লোৰ বাট (ৰেল-ৰোড), বেজ-ঘৰ ( ডাক্তৰ-খানা ), দেসাধিকাৰ ( প্ৰেছিডেণ্ট ), পাতল বায়ু ( গেছ ), বিজুলি ডাক ( টেলিগ্ৰাম ) ইত্যাদি। কেতিয়াবা ইংৰাজী শব্দ এটাক কেইবাটাও অসমীয়া শব্দ ব্যৱহাৰ কৰি তাৰ অৰ্থটো বুজাবলৈ লোৱা হৈছে; যেনে, পল্টনৰ ইংৰাজী বাজনা ( বেণ্ড ), ভূঁইৰ তাপেৰে পমি যোৱা বস্তু ( লাভা ), ইশ্বৰক ভজন কৰা নাম-ঘৰ ( গিৰ্জা )। ইংৰাজী শব্দকেইটাৰ এনেকুৱা : অফিচ, আফিস, কলেজ,

কাপ্তান, গবৰ্নমেণ্ট, প্ৰাইজ, ডিগ্ৰি, বাবাণ্ডা, কম, পিলাচ, ইস্কুল / স্কুল, কম্পাচ, গবৰ্নৰ, হস্পিটাল, প্ৰেচিদণ্ড, চেক্ৰেটেৰি, লাৰা বলুন, গাচ (গেছ), প্ৰিঞ্চিপাল, আচিষ্টান্ত কমিস্তনৰ, কম্পানি, কৌন্সল কাউন্সিল)। পর্তুগীজ ভাষাৰ পাদ্রি আৰু গির্জা শব্দও ব্যৱহাৰ কৰা হৈছে।

১৯৪. ইপিনে পশ্চিম-অসমৰ উপ-ভাষাৰ অনেক শব্দ অৰুণোদয়ৰ বুকুত জিলিকি আছে। সেইবোৰৰ উপস্থিতিয়ে প্ৰাচীন কামৰূপী ভাষাটোৰ বিভূতিৰ কথাটোকে সোঁৰৰাই দিয়ে। তেনে শব্দ কিছুমান এনে ধৰণৰ : বাজ্ৰা, চলি, কাউৰ, ডিমা, ৰাস্তা হাঁঠ্, বৰা (গাহৰি), পহৰ (পোহৰ), বেইস্তা, ভিজ, সিন্দুৰ, আতা, সৈ কাৰ্ বলবন্তো, বাপি (খণ্ডাল), লেও (লেপ), জল, বেজ, এটাহ (চিএৰ), কবোক, জানোক, দোকান কৰিবৰ জস্তে, থিঁউ, তেহে নাঙ্গট, নাঙ্গটা, লাঙ্গটি (কাম. লেঙ্‌টি), লাউ ফিঁকি, অথিতি, আকাল, তিনতা (তিনিটা), তপিলা (তপিনা), জিজিৰি, তিৰি, গুনা (তাঁৰ), বানান, সকাম ইত্যাদি।

১৯৫. অৰুণোদয়-যুগৰ ভাষাত তৎসম শব্দৰ ব্যৱহাৰো যথেষ্ট আছে। সেইবোৰৰ কিছুমানৰ উল্লেখ কৰা হ'ল : ঈশ্বৰ, জগত, অনুগ্ৰহ, সুখ, স্বপ্ন, কৰ্ত্তা, পৰম, আত্মা, সভা, সুন্দৰ, গন্ধ, মধুৰ, মনোহৰ, সন্তুষ্ট দেৱতা, সক্তি, প্ৰিতি, প্ৰিয়, প্ৰেম, বিশ্বাস, প্ৰাৰ্থনা, ভ্ৰম স্বামি, ক্ৰোধ, দণ্ড, ৰাজ্য, সন্তান, সক্ৰ, সাগৰ, নদি, লোক ইত্যাদি। অৰ্ধতৎসম শব্দ কিছুমান এনে ধৰণৰ : গিয়ান, সবদ, মুকুতা, জতন, ভিৰাগ, উতপত্তি, অনিয়াই, অগিয়ানি, ধৰম কৰম, যুগুত, চাতৰ, খিয়াতি, মুকুত, সবাদ, মিতিৰ, কেলেস, দুতিয় আদি। তদ্ভৱ শব্দৰ ৰূপ কেতবোৰ এনেকুৱা : অখই (অক্ষয়), উত্তম (উত্তম , ইচা (ইচ্ছা), দখিন, পচিম, নিচই (নিশ্চয়), হিদয় (হৃদয়), পুআ, অখিৰ, আগ থান, স (মবাশ), ত্ৰুপৰ, সিল, চিন, দিন, বাড়ি, সোন, ৰূপ, ঘৰ দুআৰ, জুধ (যুদ্ধ) ভৰি, হাত, দুই, তিনি, মুৰ (মূৰ), ঘোঁৰা, বাঘ, গাধ আদি। হিন্দী, আৰবী, পাৰছী ভাষাৰ শব্দৰ সংখ্যাও নিচেই কম নহয়। তলত সেইবোৰৰ কেইটামান দিয়া হ'ল :

আন্দাজ (পাৰ অন্দাজ)
ইস্তাহাৰ (আৰ. ইশ্‌তিহাৰ)
কইদ (আৰ কৈদ)
কবৰ (আৰ কব্ৰ)
কমৰ (পাৰ কমৰ)
কাচাৰি (হি কচহৰী)
কানন (আৰ. কানুন)

কাৰ্বাৰ ( পাৰ. কাৰবাৰ )
কিনাৰ ( পাৰ কিনাৰা )
কেৰায়া ( পাৰ কিৰায়া )
খবৰ ( আৰ খবৰ )
খাজনা . আৰ. খজানা )
খোৰাকি ( পাৰ. খুৰাকী )
গৰিপ / গৰিব ( আৰ. গৰীব
চইতান ( আৰ. শৈতান )
চৰম ( পাৰ শৰ্ম )
চহৰ ( পাৰ শহৰ )
চফেদ ( হি সফেদ )
চন্দুক ( আৰ সন্দুক )
চাকৰ ( পাৰ চাকৰ )
চাজা ( পাৰ সজা )
চান্দা ( হি. চন্দা )
চাৰাপ ( আৰ. শৰাব )
চিঁচা ( পাৰ শীশা )
চিপাহি ( পাৰ চিপাহী )
চৌকিদাৰ ( হি চৌকীদাৰ
চোন্তা ( আৰ শুবহা )
জবই ( আৰ জবহ )
জৰিমনা ( পাৰ জুৰমনা )
জাহাজ ( আৰ জহাজ )
ডকাইত ( হি. ডকৈত )
ডৰ ( হি ডৰ )
তামাখু ( হি তমাখু )
তাবিজ ( আৰ তৱাবীজ )
তৰ্জমা ( আৰ তৰজুমা )
তামোচা / তামাচা ( আৰ তমাশা )
তুফান ( আৰ তুফান )
থানা ( হি. থানা )

নৰমহা ( পাৰ নৰমাহ্ )
নম্বকল ( হিং নৰকল )
দস্তুৰ ( পাৰ দস্তুৰ )
দাৰোগা ( পাৰ দাৰোগা )
দেলান ( পাৰ. দালান )
দোকান ( পাৰ দুকান )
নৰম ( পাৰ নৰ্ম )
নক্চা ( আৰ, নক্শা )
নবাব ( আৰ নৱ্বাৰ হিং নৱাৰ )
ফৌজ. ( আৰ ফৌজ )
বদনাম ( পাৰ বদনাম )
বন্দুক ( আৰ বন্দুক )
বাগিচা ( হিং বগীচা )
বাদচা ( পাৰ বাদশাহ্ )
মনজুৰ ( আৰ মমজুৰ )
মিয়াদ ( আৰ মীয়াদ )
মোকাম ( আৰ. মুকাম )
ৰাস্তা ( পাৰ ৰাস্তা )
লস্কৰ ( পাৰ লশকৰ )
সাহাব ( আৰ সাহিব, হিং সাহব )
সালাম ( আৰ সলাম )
সস্তা / সাস্তা ( হিং. সস্তা )
হাজাৰ / হেজাৰ ( পাৰ. হজাৰ )
হিচাপ ( আৰ হিসাব )
হুকুম ( আৰ হুক্ম )
হেস্তা ( আৰ হৱা )

১৯৬. মিছনেৰিসকল ইংৰাজী-ভাষী আছিল। 'অৰুণোদই'ৰ প্ৰধান লেখকসকলেও ইংৰাজীত শিক্ষা লাভ কৰিছিল। ইপিনে বঙলা ভাষাৰ ব্যৱহাৰো চলিছিল। হেমচন্দ্ৰ বৰুৱাই লেখিছে : "অসমত বঙালী ভাষাৰ বৰ আদৰ আছিল; মাতৃ-ভাষাক সকলোৱে পিন্ধাইছিল—ইস্কুলত বঙালী, কাছাৰিত বঙালী, ভেকোভিলাকৰ আলাপত বঙালী আৰু ভেঁকোলোকৰ চিঠিতো বঙালী ভাষাহে চলিছিল। ... ...অৱশেষ মইয়ো

এই নিয়মৰ বাহিৰা নাছিলোঁ"। এনে এটা পৰিবেশত অৰুণোদয় যুগৰ লেখক-সকলৰ ৰচনাত স্বাভাৱিক অসমীয়া বাক্য-ৰীতিৰ সলনি এটা ইংৰাজী প্ৰভাৱযুক্ত কৃত্ৰিম বাক্য ৰীতিৰ প্ৰচলন হ'ল। তলত এনে ধৰণৰ বাক্য কেইটামানৰ উল্লেখ কৰা হ'ল :

(ক) জদি দেখিব খোজা, তেন্তে মোৰ পুথি পঢ়ি চোআ।

(খ) মই জাব নোআৰোঁ, কিয়নো লাঙ্গলত মোৰ হাত দিয়া হল।

(গ) মই জদি তোমাক কিচু বুধি দিওঁ, তাক তুমি লবা নে? জদি ভাল হই লম।

(ঘ) জদি সকলে, এক বাক্য হৈ দেসৰ উপকাৰলৈ প্ৰতিগ্যা কৰে, তেন্তে কি হব নোআৰে?

(ঙ) জিজন পৰাক্ৰমি জয়যুক্ত মানুহে প্ৰথমে ভাৰতবৰ্ষত আপোনাৰ ৰাজ্য থাপন কৰিলে, তেঁৱে গজনিৰ বাদস্যা মহম্মদ।

(চ) যিলোক তোমাতকৈ কোনো কথাত শ্ৰেষ্ঠ, তেঁৱেই তোমাৰ মান্য।

(ছ) জেতিয়া তুমি কোনো পাৰ্গত মানুহক দেখা তেতিয়া তুমি তেওঁনো কেনেকৈ কাল ব্যয় কৰিছে তাকে সুধিবা, পাচে তুমি অৱস্যে জানিবা জে তেওঁৰ জীৱন প্ৰায় স্ৰমতে গৈছে।

(জ) তাতে ভাই বেগাই বেগাই বেচকৈ লেখা-পঢ়া শিকিছিলে।

(ঝ) এইৰূপে কিছুমান দিন আৰু মাহো নিউৰা হল।

(ঞ) তুমি যে মোলৈ পত্ৰ লিখিবা, আৰু মই সেই পত্ৰ পাঠ কৰিম এই আশাৰ অতীত বোধ হৈছিল।

১৯৭. কৃত্ৰিমতাৰ মাজতো মাজে মাজে চুটী চুটী বাক্যেৰে স্পষ্টৰূপে ভাৱ প্ৰকাশ কৰা অসমীয়া বাক্য ৰীতিৰ ব্যৱহাৰ অৰুণোদয়-যুগৰ কিছুমান লেখকৰ ৰচনাত ব্যক্ত হ'ল আৰু সিয়ে অসমীয়া ভাষাৰ নতুন ভৱিষ্যতৰ বাতৰি জনালে। তলত তেনে ধৰণৰ বাক্যযুক্ত উদ্ধৃতিকেইটাৰ দিয়া হ'ল :

(ক) "ঈশ্বৰে কি আজ্ঞা দিছিল তাক কেনেকৈ জানিম? কাক দিছিল, কেতিয়ানো দিছিল তাক দেখোঁ কতো কেতিয়াও শুনা নাই ...। কোনেও কেতিয়াও তেওঁক দেখা নাই। আমি ফুল দি বা সিন্দুৰ দি বা নৈবেদ্য দি তেওঁৰ পূজা নকৰোঁ। আমি প্ৰেম, ভক্তিৰে বিশ্বাসৰ দ্বাৰায় তেওঁক পূজা কৰো" (এ. কে গাৰ্নি : কামিনীকান্তৰ চৰিত্ৰ)।

(খ) "দিলি জিলা দীঘলে ১৬৫ আৰু বহলে ১৪০ ক্ৰোচ। তাৰ মাজত গঙ্গা আৰু জমুনা এই দুই প্ৰধান নদি। দুই হেজাৰ এস বছৰৰ আগেয়ে দিলু নামে এক ৰজাই সেই নগৰ পাতিছিলে বুলি, লোকবিলাকে কোআকুই কৰে" (নিধি লিবাই ফাৰোৱেল : হিন্দুস্থানৰ বুৰঞ্জি)।

(গ) "এক দেসৰ মানুহবোৰ অতি বধা, এক দেসৰ বা অতি কলা, আৰু এক

দেসৰ বা ভাম ৰবলিআ। কোনো দেসক ৰজাই কোনো দেশক প্ৰজাই সাসন কৰে। কোনো দেসত বৰ জাৰ, আৰু কোন কোন দেস বৰ গৰমি, আৰু এঠাইত বা ইশ্বৰক একেদৰে পূজা কৰে, এঠাইত বা আনদৰে পূজা কৰে" ( আনন্দৰাম ঢেকিয়াল ফুকন : নানা সম্বাদ )।

(ঘ) "লোকৰ দুখ দেখি মন কোমল হোৱাৰ নাম দয়া। এই দয়া মানুহৰ মনৰ এটি কোমল আৰু মধুৰ ভাব। সি মানুহক দেৱতাৰ তুল্য কৰে আৰু তাৰ অভাৱত মানুহ পিশাচৰ সদৃশ হয়। যাৰ দয়া নাই তাৰ মন শিল বা কাঠৰ দৰে টান, আৰু যাৰ হৃদয় কাঠ সি মানুহ নামৰ অযোগ্য" ( হেমচন্দ্ৰ বৰুৱা : পাঠমালা )।

(ঙ) "জি দেসত আমাৰ জনম হৈছে, জি দেসতে আমি আছোঁ আৰু জাৰ কথা আমি উপজিবৰ দিনৰে পৰা মৰিবৰ দিনলৈকে নেপাহৰোঁ, সেই ভাসাৰ নাম মাত্ৰিভাসা, আৰু ইয়াকে অচমিয়া লোকসকলে প্ৰথমে সিকা উচিত। ... দুখিয়াক অৱহেলা কৰাই পাপ, কিন্তু দায়া কৰিলে দায়া পাই। গিয়ানি লোকে বিবাদ নকৰে, অগিয়ানি লোক বিবাদৰ ষাই। চল কৰি লোআ বস্তু প্ৰথমে সোআদ, কিন্তু পাচে তিতা হৱ" ( অৰুনোদই : আগষ্ট আৰু অক্টোবৰ সংখ্যা : ১৮৫৩ চন )।

১৯৮. আন এটা কথা। 'অসম মিচনৰ অগ্ৰণী পণ্ডিত' নাথান ব্ৰাউনে ৰচনা কৰা দ্বিতীয় অসমীয়া ব্যাকৰণখনত (১৮৪৮ খৃঃ) পূব-অসমৰ কথিত অসমীয়া ভাষাটোৰ গঠন-পদ্ধতিৰ অতি পৰিষ্কাৰ ৰূপ এটা সংৰক্ষিত হ'ল। গ্ৰামিটিকেল নোটিচেজ অৱ দি এছামিজ লেঙ্গুৱেজ' ব্ৰাউনৰ এক মহৎ অৱদান। অসমৰ পূব-অঞ্চলৰ সৰ্ব-সাধাৰণ মানুহৰ মাজত থাকি অসমীয়া ভাষাটো সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি ভাষাটোৰ বৈশিষ্ট্যবোৰ বুজি পাই ভাষাটোৰ গঠন-পদ্ধতিৰ এটি সংক্ষিপ্ত অথচ অতি নিৰ্ভৰযোগ্য স্পষ্ট পৰিচয় দিবলৈ ব্ৰাউন সমৰ্থ হৈছে। ব্ৰাউনে মান্য ভাষাটোৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক দুয়ো ক্ষেত্ৰৰ বৈশিষ্ট্য ভালেমানৰ উল্লেখ কৰিছে। ধ্বনিতাত্ত্বিক দৃষ্টিৰে 'অ' আৰু 'অ' ধ্বনিদুটাৰ পাৰ্থক্য ব্ৰাউনে যথাযথভাৱে মহ আৰু ম'হ শব্দ-দুটাৰ সহায়ত দেখুৱাব পাৰিছে। পৰৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰ-ধ্বনিৰ প্ৰভাৱত পূৰ্বৱৰ্তী অৰ অ'লৈ হোৱা পৰিৱৰ্তনৰ কথাটোও ব্ৰাউনৰ দৃষ্টিৰ পৰা সাৰি যাব পৰা নাই; যেনে : কৰি>ক'ৰি, ধৰি>ধ'ৰি, গৰু>গ'ৰু, সৰু>স'ৰু, বোলে> বুলিছে, আপোনাৰ>আপুনি ইত্যাদি। আকৌ সংস্কৃতৰ উষ্ম ধ্বনিকেইটাৰ শ, ষ, স) আন ধ্বনিৰ লগত যুক্ত হ'লে 'চ' ৰূপে উচ্চাৰণ হয়, কিন্তু সিহঁতৰ লগত 'ৰেফ' যুক্ত হ'লে 'স' ৰূপে উচ্চাৰণ হয়। ইয়াৰ নিদৰ্শন ব্ৰাউনে এনেদৰে দাঙি ধৰিছে; শাস্ত্ৰ, খ্ৰীষ্ট, কিন্তু দৰ্শন। মান্য অসমীয়া ভাষাৰ 'স' ধ্বনিটোৰ ব্ৰাউনে গ্ৰীক 'X' ধ্বনিৰে সৈতে রিজাইছে। সংস্কৃতৰ চ, জ ধ্বনি অসমীয়াত 'S' আৰু 'Z' ৰূপে

উচ্চাৰিত হোৱাৰ কথাও ব্ৰাউনে উল্লেখ কৰিছে। সংস্কৃতীয়া সন্ধি অসমীয়াত নাই বুলি ব্ৰাউনে কৈছে ; যেনে, দক্ষিণ-উত্তৰ, দক্ষিণত্তোৰ নহয়। কিন্তু অসমীয়া সন্ধিৰ প্ৰয়োগৰ উদাহৰণ ব্ৰাউনৰ পুথিত বিদ্যমান : তেওঁ, কিন্তু তেৱেঁ, নাও, কিন্তু নাৱৰ।

১৯৯. অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ নাথান ব্ৰাউনে তলত দিয়া ধৰণে কৰিছে :

(ক) বহুবচনাত্মক প্ৰত্যয় : বিলাক ( মাঙ্গাৰ্থত ), হঁত, বোৰ : মানুহবিলাক, মানুহহঁত, মানুহবোৰ।

(খ) নিৰ্দিষ্টতাৱাচক প্ৰত্যয় : খন / খান : কটাৰী এখন, নৈ এখান
গছ : হাৰ এগছ
চপড়া : মাটি এচপড়া
জন : মানুহ দুজন
জোপা/জুপি : দোজোপা গছ, ফুল এজুপি
টা : এটা মানুহ
টি/টী ( সৰু বা মৰম বুজোৱা অৰ্থত ) : লৰাটি, চৰাইটী
টোপা/টুপি : গাখীৰ এটোপা, পানী এটুপি
ডৰা : ধান এডৰা
ডাল/ডালি : লাখুটি এডাল, এডালি চুলি
ডোখৰ/ডুখৰি : এডোখৰ মাটী, কাঠ এডুখৰি
ডোঙ্গা : এডোঙ্গা পানী
পোলা : দোপোলা নল
মুঠা/মুঠি : খৰি এমুঠা, চাউল তিনিমুঠি
লডা : পিঠাগুড়ি এলডা
সোপা : ফেন এসোপা

(গ) অনিৰ্দিষ্টতাৱাচক প্ৰত্যয় : গোটাচাৰেক : মহ গোটাচাৰেক

(ঘ) স্ত্ৰী-প্ৰত্যয়-ঈ-নী : জনী, বুঢ়ী, নাগিনী

(ঙ) পুৰুষৱাচক-নিৰ্দিষ্টতাৱাচক প্ৰত্যয় : ০, এৰ/ৰ, এৰ-আ/ৰ-আ, এক/ক :

| | | | |
|---|---|---|---|
| বোপাই | (তোৰ) বাপেৰ (তোমাৰ) | বাপেৰা | (তাৰ) বাপেক |
| আই | মাৰ | মাৰা | মাক |
| ককা | ককাৰ | ককাৰা | ককাক |

(চ) সৰ্বনাম-শব্দ : মই, আমি, তয়, তইঁত, তুমি, তোমালোক/তোমোলাক ; ই, ইহঁত, সি, সিহঁত, তাই, তাইহঁত, এওঁ, তেওঁ ; যি, কোন, কি, কোনো, কোনোবা, কেও, সকলো, আপুনি।

(ছ) ক্রিয়া-ৰূপ :

| | |
|---|---|
| (১) ময়/আমি হওঁ | তয়/তইঁত হব |
| তুমি/তোমোলাক হোৱা | সি/সিহঁত সিবিলাক হয় |
| (২) ময়/আমি হৈছোঁ | তয়/তইঁত হৈছ |
| তুমি/তোমোলাক হৈছা | সি/সিহঁত হৈছে |
| (৩) ময়/আমি হলোঁ | তয়/তইঁত হলি |
| তুমি/তোমোলাক হলা | সি/সিহঁত হ'ল |
| (৪) ময়/আমি হৈছিলোঁ | তয়/তইঁত হৈছিলি |
| তুমি/তোমোলাক হৈছিলা | সি/সিহঁত হৈছিল |
| (৫) ময়/আমি হম | তয়/তইঁত হবি |
| তুমি/তোমোলাক হবা | সি/সিহঁত হব |

(৬) অনুজ্ঞা : তয়/তইঁত হ ; তুমি/তোমোলাক হোৱা ; সি/সিহঁত হওক

(জ) কৃদন্ত : হওঁতা, হওঁতে, হোৱা

(ঝ) অসমাপিকা ক্রিয়া-ৰূপ : কৈ, লৈ, হলে, হলত

(ঞ) চৰ্তসাপেক্ষতা : তইঁত যোৱাহেঁতেন ···

(ট) তুমুনন্ত ক্রিয়া-ৰূপ : যাবলৈ, আনিবলৈ

(ঠ) পাঁচনি-ধাতু : খুৱা, অনা

(ড) বাচ্য : মোক দিয়া হৈছে, তাক পোৱা গ'ল

(ঢ) ক্রিয়াবিশেষণাত্মক শব্দ : সদায়, নিতৌ, কেতিয়া, যেতিয়া, তেতিয়া, নিশ্চয়, আজি, কালি, কাইলৈ, ইয়াতে, তাতে, এনেতে, নিচেই, কিয়, কেনেই, এখেত (ইয়াত), মাজে মাজে, ঘনে ঘনে, এনেকৈ, কেনেকৈ, যেনেকৈ, সৰহকৈ, এইদৰে এইমতে ইত্যাদি।

(ণ) ক্রিয়াবাচক পৰ-সৰ্গ : তো, নো

(ত) বিশেষ্যবাচক পৰ-সৰ্গ : তলত, ওপৰত, পৰা, সৈতে, আগত, পাছত, কৈ, কাৰণে, নিমিত্তে, হতুৱাই, দ্বাৰায় ইত্যাদি

(থ) আন অব্যয়-শব্দ : আৰু, বা, নাইবা, কিন্তু, তথাপি, তেও, যদি, তেন্তে, হে, যে, অহ, আহা, ছিহ, ছি ইত্যাদি।

(দ) সম্বোধনবোধক-নিৰ্দিষ্টতাবাচক প্ৰত্যয় : হে-ৰ, হে-ৰৌ, হে-ৰা, হে-ৰি, হে-ৰৈ হে ৰেই

২০০. ওপৰৰ আলোচনাই এইটো স্পষ্টৰূপে দেখুৱালে যে দেশী আৰু বিদেশী বিভিন্ন লোকৰ প্ৰচেষ্টাত অৰুণোদয় যুগত অসমীয়া ভাষাটোৱে পঢ়াশালি আৰু আদালতৰ ভাষাৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ উপৰি পৃথিৱীৰ বিভিন্ন জ্ঞান-বিজ্ঞানৰ কথা প্ৰকাশ কৰিব পৰা শক্তিও অৰ্জন কৰিলে। অৰুণোদয়-যুগতে বিভিন্ন দেশী-বিদেশী ভাষাৰ শব্দ-গ্ৰহণ আৰু আৱশ্যক অনুযায়ী শব্দ-নিৰ্মাণ-ৰীতিৰ যি ব্যৱস্থা লোৱা হ'ল, সিয়ে ভৱিষ্যতৰ অসমীয়া ভাষাৰ সুপ্ৰতিষ্ঠাৰ বাট মুকলি কৰি তুলিলে। সংক্ষেপতে ক'বলৈ হ'লে অৰুণোদয়-যুগৰ অসমীয়া ভাষাই আধুনিক অসমীয়া ভাষাৰ সুদৃঢ় ভেটি স্থাপন কৰিলে। ইপিনে নাথান ব্ৰাউনৰ অসমীয়া ভাষাৰ বিশ্লেষণে অসমীয়া মান্য ভাষাটোৰ অৰুণোদয় কালতে পোৱা পূৰ্ণ আৰু পৰিপুষ্ট ৰূপটো প্ৰকাশ কৰিলে। অৰুণোদয়-যুগৰ পাছত এই ৰূপটোৰ ওপৰত ভিত্তি কৰি আৰু মিছনেৰিসকলে দেখুওৱা পথ অনুসৰণ কৰি অসমীয়া ভাষাটো প্ৰগতিৰ পথত আগুৱাই গ'ল।

# ষষ্ঠ অধ্যায়

## আধুনিক অসমীয়া ঃ মধ্য-কাল ( ১৮৮৯-১৯৩৯ )

২০১. অৰুণোদয়-যুগৰ পৰা অসমীয়া সাহিত্যৰ প্ৰচেষ্টা যাইকৈ আলোচনীক আশ্ৰয় কৰি চলিবলৈ ধৰে। ১৮৭৩ চনৰ পৰা ১৮৮৮ চনলৈকে – এই সময়ছোৱাত কেইবাখনো আলোচনীৰ জন্ম আৰু বিলোপ ঘটে। সেইবোৰৰ কেইখনমান হ'ল ঃ 'আসাম-বিলাসিনী' (১৮৭১-৮৩), 'আসাম-মিহিৰ' (১৮৮২-৮৩), 'আসাম-বন্ধু' ( ১৮৮৫-৮৬ ), 'মৌ' (১৮৮৬), 'ল'ৰা-বন্ধু' (১৮৮৮' আদি। এই কেইবছৰৰ ভিতৰতে আধুনিক 'অসমীয়া শৈলী প্ৰতিষ্ঠিত' হয় আৰু নতুন নতুন ক্ষেত্ৰত কথা-সাহিত্যৰ প্ৰতিষ্ঠাৰ লগতে অসমীয়া ভাষাৰো প্ৰতিষ্ঠা গঢ়ি উঠে। ভ্ৰমণ-সাহিত্য, প্ৰবন্ধ-সাহিত্য, উপন্যাসিকা, আধুনিক নাটক, জীৱনী, আধুনিক পদ্ধতিৰ বুৰঞ্জী, সংবাদ-সেৱা, সমাজ-সচেতন ব্যঙ্গ-ৰচনা আদিত অসমীয়া ভাষাৰ ব্যৱহাৰ হয়। কাব্যতো আধুনিক ভাৱৰ আধুনিক প্ৰকাশৰকালে দৃঢ় পদক্ষেপেৰে আগ বঢ়া হয়। অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগো আন এটা 'সাহসী-কাৰ্য'। গদ্য আৰু কবিতাত জাতীয় চিন্তাৰ উন্মেষ, শিশু-সাহিত্য, শিশু-আলোচনীৰ প্ৰয়ত্ন আদিও এই সময়ছোৱাৰ বৈশিষ্ট্য। আনফালে বঙলা সাহিত্যৰ প্ৰভাৱৰ কথাও মন কৰিবলগীয়া। অসমীয়া ভাষা আৰু অসমীয়াৰ আত্মবোধৰ চৈতন্য জগাবলৈ আনন্দৰাম ঢেকিয়াল ফুকনে যত্ন কৰিলে। ফুকনৰ পাছত গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই আধুনিক বুৰঞ্জী, জীৱনী, কৌতুক-সাহিত্য, প্ৰবন্ধ, সামাজিক সমালোচনা, আৰু শব্দ-কোষেৰে অসমীয়া ভাষাৰ ভেটি স্থাপন কৰে। বিশেষকৈ হেমচন্দ্ৰ বৰুৱাই খৃষ্টিয়ান লেখকসকলৰ 'আচহুৱা ৰচনা-ৰীতিক হেচুকি অসমীয়া ভাষাক এটি নিৰ্দিষ্ট গঢ় দিলে'।

২০২. ইফালে কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ 'টি পাৰ্টি'' নামৰ একেলে সম্মিলনেই হ'ল 'অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা' ( অ. ভা. উ. সা )ৰ সূতিকা গৃহ। এই সভাই (১৮৮৮) হ'ল এক প্ৰবল সাহিত্যিক আন্দোলনৰ মূল। "কেনেকৈ মাতৃ-ভাষা কেনেকৈ ভাণ্ডাৰ-বৰ্দ্ধন হ'ব, কেনেকৈ সি পৃথিৱীৰ আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ-বেলিৰ পোহৰ চাৰিওকালে পেলাই, দুখীয়া আৰু এহাৰ অসমৰ মুখ পোহৰাব পাৰিব, কেনেকৈ সি দুৰ্বল, কপীয়া, আৰু জীৰ্ণ অৱস্থাৰ পৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য"। সভাৰ কাৰ্য-পন্থাৰ ভিতৰত দূষিত ভাষা পৰিশোধন কৰা, আনকি সকলো পঢ়াশালিতে অসমীয়া ভাষা প্ৰচলন কৰিবলৈ আন্দোলন কৰা, অসমৰ

সকলো ঠাইতে এটা মাথোন লিখিত ভাষা প্ৰচলন কৰা আদি নীতিৰূপে ঘোষণা কৰা হ'ল। এইবোৰ উদ্দেশ্য সাধনৰ বাবেই মাহেকীয়া আলোচনী 'জোনাকী'ৰ (১৮৮৯) জন্ম হ'ল। অ ভা. উ. সা. সভাৰ দৰে চন্দ্ৰকুমাৰ আগৰৱালাই 'জোনাকী'ৰ 'আত্ম-কথা'ত নিজৰ উদ্দেশ্য এইদৰে ব্যাখ্যা কৰিলে : এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও মতুৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যা-বলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা, আৰু পৰাধীন—কিন্তু আমি নিজ শক্তি হইহে কামত হাত দিব পাৰোঁ। আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য দেশৰ উন্নতি, 'জোনাক'।

২০৩. 'জোনাকী'য়ে সচেতনভাৱে এক সাহিত্যিক আন্দোলন গঢ় দি তুলিলে। ভাষাৰ নিভুঁল আৰু সম্ভৱপৰ উচ্চতম আধুনিক মান-নিৰ্ণয়ৰ যত্নত সাহিত্যিক শৈলী সমৃদ্ধ হৈ উঠিল। 'পাশ্চাত্যৰ প্ৰভাৱ মুক্তভাৱে গ্ৰহণ কৰি বঙলা সাহিত্যৰ বৰেণ্য-সকলৰ আদৰ্শও আগত ৰাখি আধুনিক সাহিত্যৰ ভাৱ-ধাৰা আৰু সাহিত্যিক ৰূপ অসমীয়াত সমাৱেশ কৰিলে। লিৰিক বা গীতি-কৱিতাৰ সকলো বৈশিষ্ট্য বহল-ভাৱে গৃহীত হ'ল। উপন্যাস ছেক্সপিয়েৰৰ অনুবাদৰ লগতে আধুনিক বা ৰোমাণ্টিক নাটক, প্ৰহসন, আধুনিক চুটিগল্প, বুৰঞ্জীমূলক আৰু সমালোচনামূলক প্ৰবন্ধ, পাতল প্ৰবন্ধ গৌৰৱময়ভাৱে অসমীয়া সাহিত্যত প্ৰৱেশ কৰি নিজৰ স্থান অধিকাৰ কৰিলে। এইভাৱে সাহিত্যৰ সম্পূৰ্ণ আধুনিকীকৰণ 'জোনাকী' আৰু 'জোনাকী'ৰ চাৰিওকাষে গোটখোৱাসকলৰ মহৎ কীৰ্তি হ'ল" (মহেশ্বৰ নেওগ)। অসমীয়া সাহিত্যত নতুন নতুন দিশত চিন্তা-চৰ্চা হোৱাৰ ফলত অসমীয়া ভাষাটোও সমৃদ্ধিৰ পথত আগ বাঢ়িল। 'জোনাকী'ৰ দলটোৰ ভিতৰতো লক্ষ্মীনাথ বেজবৰুৱাৰ "চেষ্টা আৰু ব্যক্তিত্বৰ চূড়া সবাতো ওখ হৈ জিলিকি উঠা কাৰণে তেওঁলৈকে সকলো সাহিত্যিকে অনু-প্ৰেৰণা আৰু অনুশাসনৰ বাবে মুৰ তুলি চাইছিল। যদি কোনোবাই সেই অনু-শাসন অমান্য কৰিবৰ যত্ন কৰিছিল, তেওঁৰ ওপৰত সেই অনুশাসন কিবা নহয় কিবা প্ৰকাৰে কঠোৰভাৱে বৰ্তিছিল।" ১৮৮৯ খৃঃৰ পৰা ১৯৪০ খৃঃলৈকে এই অৰ্ধ শতাব্দী কালক সেইদেখি বেজবৰুৱা-যুগ নাম দিয়া হৈছে।

২০৪. বেজবৰুৱা তেওঁৰ পূৰ্ববৰ্তী লেখকসকলৰ ওচৰত বিশেষকৈ হেমচন্দ্ৰ বৰুৱাৰ সাপ্তাহিক কাকত 'আসাম নিউচ' আৰু গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'ৰ ওচৰত ঋণী আছিল। তেওঁ নিজেই লেখিছে : "কেতিয়া 'আসাম নিউচ' আহিব বাট চাই থাকোঁ আৰু এটাইবে আগেয়ে মই কাকতখন মেলি পঢ়ি বুলিলে ঠিক কোৱা

নহয়, শিলোঁ বুজিলেহে ঠিক হ'ব। বাস্তৱিকতে 'আসাম নিউচ' পটি তাৰ অসমীয়া লিখাৰ গঢ়ৰ কালে তালৈকে মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। ..... এইটো ক'বই লাগিব যে অসমীয়া ভাষাৰ মহাৰথীদ্বয় 'আসাম নিউচ' আৰু 'আসাম বন্ধু'ৱেই আধুনিক আহিত অসমীয়া গদ্য আৰু গদ্যসাহিত্য-সৃষ্টিৰ অৰ্থে "pad--work কোৰৰ কাম কৰে, অৰ্থাৎ মাটি কুৰি চহাই দিয়ে," ( মোৰ জীৱন-সোঁৱৰণ )।

২০৫. অকল আধুনিক যুগৰ সাহিত্যিকসকলৰ দ্বাৰায়ে বেজবৰুৱা প্ৰভাৱান্বিত হোৱা নাছিল। প্ৰাচীন আৰু মধ্যযুগীয় অসমীয়া সাহিত্যয়ো বেজবৰুৱাৰ গল্প-ৰচনাত সহায় কৰিছিল। বেজবৰুৱা সকলো ধৰণৰ অসমীয়া সাহিত্যেৰে সৈতে পৰিচিত আছিল। তেওঁ সেইবোৰ অকল পঢ়াই নাছিল, শিকিছিলো, হজমো কৰিছিল। অসমীয়া সংস্কৃতিৰ লগত তেওঁৰ নিবিড় সম্পৰ্ক আছিল। পাশ্চাত্য সভ্যতাৰে সৈতে, ইংৰাজী ভাষা-সাহিত্যেৰে সৈতে, আৰু লগতে বঙলা ভাষা-সাহিত্যেৰে সৈতে ভালধৰণে পৰিচিত হোৱাৰ সুযোগো তেওঁ পাইছিল। বেজবৰুৱাৰ সময়ত অসমীয়া ভাষাই প্ৰকৃততে যেনে স্থান পাব লাগিছিল, তেনে স্থান নোপোৱা কাৰণে অন্তৰত গভীৰ দুখ অনুভৱ কৰিছিল। এই আটাইবোৰ কথাই বেজবৰুৱাৰ মনটো অসমৰ প্ৰতি, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি সম্পূৰ্ণৰূপে নিৱিষ্ট কৰোৱাত সহায় হৈছিল। বেজ-বৰুৱাৰ ক্ষেত্ৰত তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি ভালপোৱাটোৱে মুখ্য কথা। অসমৰ বাহিৰতে তেওঁ জীৱন কটাবলগীয়াত পৰিছিল। এই ঘটনায়ো তেওঁক অসমীয়া ভাষাৰ আজীৱন প্ৰেমী আৰু সেৱকৰূপে প্ৰতিষ্ঠিত কৰাত সহায় কৰিছিল। তেওঁৰ নিজৰ ভাষাত : "এটা কথা আছে, 'দাঁত নসৰিলে দাঁতৰ মোল নুবুজি।' অসমৰ পৰা আমি সৰি নপৰিলে বা অসম আমা' পৰা সৰি নপৰিলে অৰ্থাৎ অসমৰ পৰা আমি বিদেশলৈ ওলাই নাহিলে, অসম, অসমীয়া আৰু অসমীয়া ভাষাৰ আমি মোল বুজিব নোৱাৰোঁ।" আৰু "অসমীয়া ভাষাৰ উন্নতি অসমীয়া সাহিত্যৰ উন্নতিৰ প্ৰথম চাপ।" সেইকাৰণে বেজবৰুৱাৰ প্ৰচেষ্টা আছিল জীৱন জুৰি অসমীয়া ভাষাক চহকী কৰা প্ৰচেষ্টা যাতে অসমীয়া ভাষাই বঙলা ভাষাৰ লগত সমানে স্থান অধিকাৰ কৰিব পাৰে।

২০৬ এটা চহকী ভাষাই সকলো ধৰণৰ ভাব প্ৰকাশ কৰা শক্তি ধাৰণ কৰে। সময়ৰ লগে লগে ভাবৰ বিকাশ আৰু পৰিবৰ্তন ঘটে। পাশ্চাত্য সভ্যতাৰ সূচনাই অসংখ্য নতুন ভাব সুমুৱালে। সেইবোৰ অসমীয়া ভাষাত প্ৰকাশ কৰাটো এটা সমস্যা হ'ল। এনে সময়তে বেজবৰুৱাই নেতৃত্ব বহন কৰিলে। সেয়েহে তেওঁ ক'লে : "ভাৱেৰে সৈতে ভাষাই সমানে তাল ধৰি যাব নোৱাৰিলে সি বিকল। ইংৰাজী

ভাষাৰ দুৱাৰ আমালৈ মুকলি হৈ পৰিলত আমি বাস্তৱতে পৃথিৱীৰ জ্ঞান-ভঁৰালৰ নানান ভাৱ, অসংখ্য চিন্তা, অলেখ নতুন গৱেষণা ঢুকি পোৱা হলোঁ। আমি সেইবোৰ আমাৰ ভাষাত নিজৰ কৰি লৈ প্ৰকাশ কৰি অসমীয়া সৰ্ব-সাধাৰণেও হাতে ঢুকি পোৱা কৰি দিব লাগিব, নতুবা আমাৰ কৰ্তব্যৰ ত্ৰুটী হ'ব।..... কোনোটো ভাৱ, কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে সহজে বুজা বিদেশী ভাষাৰ শব্দ ধাৰকৈ আনি সেই কাৰ্যৰ নিমিত্তে তাৰ সহায় ল'লে ভাষাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহয় আৰু ভাষাৰ জাতো নেযায়।" এজন ভাষাবিজ্ঞানীৰ দৰে বেজবৰুৱাই স্পষ্টভাৱে ধাৰণা কৰিব পাৰিছিল যে কোনো এখন ঠাইৰ ভাষাত কোনো এক অঞ্চলৰ শব্দকে অকল ব্যৱহাৰ নকৰি উপভাষাৰ উপযুক্ত শব্দও গ্ৰহণ কৰা উচিত। সেই কাৰণে তেওঁ এটা আদৰ্শ মান্য ভাষাৰ চিত্ৰ দাঙি ধৰিবলৈ সক্ষম হৈছিল: "অসমীয়া ভাষা উজনিবো অকলশৰীয়া ভাষা নহয়, ভাটিবো অকলশৰীয়া ভাষা নহয়। সি গোটেই অসমৰ ভাষা। ...উজনিৰ প্ৰাধান্য থকা ভাষায়ো ভাটিৰ পৰা শব্দ-সম্পদ ল'বই লাগিব।"।

২০৭. আকৌ "উজনি ভাটি একেটা হৈ অসমীয়া জাতি আৰু অসমীয়া ভাষা যাক লৈ অসমীয়া ভাষাৰ গৌৰৱ যাৰ অমৃতময়ী লেখনীয়ে অসমীয়া ভাষাক অমৰ কৰিলে, সেই শঙ্কৰদেৱ-মাধৱদেৱৰ প্ৰধান কৰ্ম-স্থান ভাটিহে আছিল। উজনি-বৰদোৱাৰ শঙ্কৰদেৱৰ প্ৰধান প্ৰিয় শিষ্য মাধৱদেৱে ভাটিত বৰপেটাতহে অসমীয়া ভাষাৰ অদ্বিতীয় পুথি ঘোষা-ৰত্নাৱলী ৰচি ভক্তি-প্ৰেমৰ অমৃত নৈৰ পাৰ ভাঙি দি অসম বুৰাই দিছিল। সেই দেখিহে কওঁ যে এতিয়া এনে দিনত অসমৰ উজনি-ভাটি বিচাৰি ভিন্ন ভাৱ খুচৰিবলৈ যোৱাটো বৰ অশোভন কাৰ্য আৰু খোচবাসকল কেতিয়াও কৃতকাৰ্য নহয়।...... এতিয়া পৃথিৱীৰ সকলো জাতিৰ ভিতৰত চলি থকা যুঁজৰ চাকনৈয়াত আমি পৰিছোঁ। সেই দেখি এতিয়া নিজক আৰু নিজৰ ভাষাক সম্মানেৰে সৈতে থিয়কৈ থ'ব লাগিলে আমাৰ ভিতৰত অসাৰ্থক ঘৰুৱা দন্দ আৰু বাক-বিতণ্ডাবোৰ পৰিত্যাগ কৰি আমি সামান্য বিভিন্নতা আৰু অমিলবোৰলৈ চকু নিদি একতাৰ জোৰেৰে নিজক বান্ধি শকত হৈ আগুৱাব লাগিব নতুবা আমাৰ ধ্বংস অনিবাৰ্য। ..দৈনিক জীৱনত মানুহে নিজৰ বিভিন্নতা ৰাখি চলিলেও জাতীয় ভাষাত সেই বিভিন্নতা বিসৰ্জন দি জাতীয় ভাষাক বলৱন্ত কৰাটো উচিত"। এনে উদাৰ দৃষ্টিৰে বেজবৰুৱাই অসমীয়া ভাষাৰ চিত্ৰ মনত আঁকি লৈ নানা উপায়েৰে তাক চহকী কৰিবলৈ আজীৱন যত্ন কৰে।

২০৮. আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণত্বাহিছাপে বেজবৰুৱাৰ নিজৰ প্ৰতিভাৰ পৰিচয় তেওঁৰ ৰচনাৰ মাধুৰিৰ পোৱা যায়। বেজবৰুৱাই নাটক, উপন্যাস, চুটিগল্প,

প্ৰবন্ধ, জীৱন-চৰিত, আত্মজীৱন-চৰি*, সাধু-কথা, ৰম্য-ৰচনা, আৰু বিবিধ ৰচনাত অসমীয়া ভাষাৰ প্ৰয়োগ দেখুৱাইছে। এইবোৰত বেজবৰুৱাই শব্দ-চয়নৰ সম্পৰ্কত আচৰিতধৰণে উদাৰ পন্থা অৱলম্বন কৰে। তেওঁ মুকলিভাৱে সকলো ধৰণৰ শব্দ গ্ৰহণ কৰিছে। একেবাৰে ঘৰুৱা অসমীয়া শব্দৰ পৰা আৰম্ভ কৰি, উপভাষাৰ শব্দ, বিদেশী শব্দ সকলোকে লৈ য'ত যিটো উপযুক্ত বুলি ভাবিছিল তাকে বহুৱাইছিল। তলত সেইবোৰৰ কেইটামান উদাহৰণ দিয়া হ'ল :

(ক) কাপ, মৈলাম, কাকত, তুলাপাত, মহী, বিতচকু, বাণ্ডুলীসঁচাৰ, সঁচাৰ কাঠি দিয়াছলাই, জিয়াচলি, জুইশালি, চেলেউ মাচিয়া, জলপানি, জহ, ঘামকাঁচি, ডাক-হৰকৰা, ডাকোৱাল, চৰণীয়া, নাগ-মাটি, সমাজিক।

(খ মজলি জাহাজ, দখল, মদৎ, জুলুমবাজ, হুকুম, জাহিৰ, মানা, খামাখা, মেজ, নাবাজ, বকা, পোছাক, মাফ, ফয়দা, দোৱাত, কলম, খালাহ, ছলাম।

গ) পিতৃ-দেৱতা, দেউতা; মাতৃ-দেৱী, আই; ক্ষুদ্ৰ, সৰু; শক্তি, শকতি; ছাত্ৰ, ছাতৰ; শয্যা পোৱা-পাটী; বিসূচিকা, জহনি; কটকিলা, কিৰ্পিণ।

(ঘ) কাথি, পিৰালি; ঘৰা, গাহৰি; ঘুমটি, টোপনি; বোকা-চাউল, কোমল-চাউল; আপী, ছোৱালী; লেজ, নেজ; ফুটা, সুকণ্ডা, বিন্ধা; আটাহ পাৰ্, কল ছেলা, চকখাই উঠ জুই পুৱা।

(ঙ বাট-পথ ডকা হকা, চাকৰ-নাকৰ, লগুৱা-লিকচৌ, বন্দী-বেটী, হাতী-ঘোঁৰা, ধন-বিত্ত, পো-পোৱালি, কালিয়া-কোণ্ডা, দাল-চৰ্চৰী টক-অম্বল।

(চ) গ্ৰেভ, কবৰ, মৈদাম; ছাৰী, খটখটী, লিফ্‌ট; ইজি চেয়াৰ, আৰাম চকী; বেগ, মোনা, থুনুপাক; ফটিকা, লাওপানী, মদ; গুডমৰ্নিং, সুপ্ৰভাত।

২০৯. বেজবৰুৱাই নিজৰ পিনৰ পৰাও কিছুমান শব্দ সজাইছিল; যেনে, নিপনীয়া গাখীৰ, লগৰীয়ানী, শিষ্য-শিষ্যানী, চয়তানীজনী, ডাঙৰতা, বুদ্ধিয়ে বিজুলীয়ালে, নিৰ্দীঘলাও। কেতিয়াবা এটা শব্দৰ সাদৃশ্যত আন এটা শব্দ গঢ়িছিল; যেনে, নেস্তনেলিষ্ট, কিন্তু সনাতনিষ্ট, আৰ্য্য সমাজিষ্ট। তদুপৰি ইংৰাজী ভাষাৰ শব্দ কিছুমানৰ প্ৰতিশব্দৰূপে অনেক শব্দ ব্যৱহাৰ কৰিছিল। সেইবোৰৰ কিছুমান এনে ধৰণৰ: অঙ্কবিদ্যা—Mathematics; অধৈৰ্য্যশীল nervous; অশিষ্ট—rude; অপ্ৰীতিকৰ—unpleasant; অনাত্মীয়ৰূপে—privately; আদবকায়দা, দস্তুৰ—etiquette; উপলুঙা নাম—nick name; উদ্যম শক্তি—energy; উত্তমাঙ্গ—better half; কল্পিত supposed; কাৰিকৰী—finish; কল-কাৰখানা—workshop; গুণ—effect; গাঠী-ধৰা ঠাই—stand; গুজগোপা—rumour; চুপ—silence; ত্ব—hood; জয়লব্ধ চিন trophy; তাৰিখৰ কাকত—date

calendar ; দোহাৰি – repeating ; ধাৰা – section ; নিজঘৰ-কাতৰকৰা—home-sick ; নিষেধ—taboo ; নিয়মপ্ৰিয়—disciplinarian ; নিগাজী—permanent ; প্ৰজা—generation ; প্ৰত্যাগ্নি – counter fire ; পথপ্ৰদৰ্শক—pioneer ; প্ৰতিপত্তিশালী – influential ; প্ৰাচীনমতাৱলম্বী—orthodox ; পুনৰ্বিচাৰ—revision ; ৰুপহুতা—trash ; বচন—dictum ; বাট—outlet ; বায়ু-পৰিবৰ্তন – change ; বিমোৰ—puzzled ; বিদ্ৰূপাত্মক পদ্য – lampoon ; বেপৰোৱা—reckless ; বেজিনী—midwife ; বিজুলী ডাক – telegram ; ব্যয়-সংকোচ—economy ; ভক্ত—admirer ; ভাপ কল—steam engine ; মইমতীয়া—arbitrary ; মাজামাজি—golden mean ; মুৰ-গধুৰ—top heavy ; বধ—veto ; শাস্ত্ৰীয়ৰকমে—officially ; সহজ অৱস্থা—normal condition ; সংগীন—bayonet ; সংজ্ঞা—definition ; সন্দিগ্ধ চিত্তৰ—sceptic ; সাঙ্কেতিক চিহ্ন—signal ; স্থগিত—suspend ; ক্ষেত্ৰ-তত্ত্ব—geometry ; হাতনি-পেৰা -cash-box ।

২১০. কোনো শব্দৰ একোটা শব্দতে প্ৰতিশব্দ বিচাৰি নাপালে এটাতকৈ অধিক শব্দ প্ৰয়োগৰ দ্বাৰা তাক বুজোৱা হৈছিল ; উদাহৰণ : তিনি ভাগৰ দুভাগ পানী দিয়া adulterated, মজলীয়া বিধৰ of mediocre ability, অনিয়মিতভাৱে হাৱাবাদি-যুদ্ধ guerrilla warfare, কম বয়সত বিয়া কৰোৱা early marriage, হাতে কলমে হোৱা অভিজ্ঞতা practical knowledge, কু পথেদি নিয়োজিত misdirected, বিবেচক আৰু বিবেকী conscientious, বিকৃত ভাৱপ্ৰৱণতা morbid sentimentality, নৱনৱোন্মেষশালিনী বুদ্ধিসম্পন্ন ব্যক্তি genius, ধান খেৰৰ জুমুৰিৰে সজা মূৰ্তি effigy, বিয়াৰ উমেদাৰি courtship, ঘৰুৱা চিকিৎসক family physician, জীৱন কাৰ্যৰ দৈনিক সংক্ষিপ্ত বিৱৰণ diary ।

২১১. কেতিয়াবা আকৌ প্ৰতিশব্দৰ আৱশ্যকতা অনুভৱ নকৰি ইংৰাজী শব্দটোকে ৰখা হৈছিল ; যেনে : club, witty, romantic ( ৰোমাণ্টিক ) tax ( টেক্স ); idea, cheque ( চেক ), fashion ( ফেচন ) tank ( টেঙ্ক ), plot ( প্লট ), প্লেট, স্কুল, বোৰ্ড, কাৰ্বি, কট্‌লেট, ৰেছিং, হেট, পাইপ, নাইট-কেপ ইত্যাদি । এইবোৰ উপায় অৱলম্বন কৰি বেজবৰুৱাই অসমীয়া ভাষাৰ শব্দ-সম্ভাৰ যথেষ্ট-ৰকমে চহকী কৰিলে ।

২১২. আনহাতে বেজবৰুৱাত আমি পাওঁ অসমৰ পৰ্ব্বত-পাহাৰ. মঠ-মন্দিৰঃ অশ্বক্লান্ত, কামাখ্যা, হাজো, উমানন্দ, পৰশুৰাম-কুণ্ড, বশিষ্ঠাশ্ৰম, ভুৱনেশ্বৰী ; অসমৰ গছ-গছনি, শাক-পাচলি : আম, কঠাল, তামোল, ডেঁৱেলী, লেমু, জামু, বৰাৰ, সুমথিৰা, মদাৰ, আঁহত, জৰী, নল-খাগৰী, মাহুৰী, ধান, মাহ, সৰিয়হ, কাই,

লফা, ঢেকীয়া, পালেং, বাৰৰী, কচু ঢেঁকীয়া ; অসমৰ চৰাই-চিৰিকটি, মাছ-মগৰ ; গজাচিলনী. কুকুৰা. হাইঠা, কাউৰী, কেচুলুকা, ঘঁৰিয়াল, কাছ, ছুৰা-কাছ, বৌ, চিতল, কাৱৈ, পাভ, পুঠি ; অসমৰ নদ-নদী : সন্ধ্যা, লজিতা, কাক্তা, সোৱণশিৰী, দিখৌ, ব্ৰহ্মপুত্ৰ. দিহিং, দিমৌ ; অসমৰ বস্ত্ৰ-বস্তু, কানি-কাপোৰ, আ-অলঙ্কাৰ : পাঙ্কে, হোলোং, টুলুঙা-নাও, নাম-ঘৰ, বৰ-ঘৰ, বুলনি-ঘৰ. গজাল, বটালি, কৰত হাতুৰী, চঁাচ, ৰেন্দা, পাক-তৌহৰ. দৈ, গুড়. চিৰা, সান্দহ. তিলৰ লাড়ু, মোৱা-আলু, কাঠ-আলু, চিৰা-আলু, ঘিলা-পিঠা চুঙা-পিঠা, লাও-পিঠা. ফেনি-পিঠা. কাহুদি, খাৰলি, খৰিচা, আমৰ গুৰি, বগৰীৰ গুৰি ধঁপাত, কানি, ভাং, কটিকা, লাওপানী, এঙাচোলা চেলেং, চুৰিয়া, গামোচা. 'কাণৰ লংকেক, হাতৰ গাম খাৰু, আঙুলিৰ বাখৰ পতোৱা আঙুঠি, ডিঙিৰ কোটমণি, গলপতা, সাতশৰী হাৰ' ; অসমীয়াৰ খেলা-ধুলা: টাং-গুটি, পচি, লুকাভাকু. হৈ-গুদু. কচু-গুটি, বাঘ গৰু, ম'হ-যুঁজ, কণী-যুঁজ, ; অসমীয়াৰ মাৰ-কিল, গালি-শপনি : চকা, ভুকু, চৰ, গোৰ, হাৰামজাদী বদজাত, পাজী. গোটগৰু, এলাবাহু, নাকথঁাৰী, গেবেলী. জাপৰী. ফেদেলী ; বেকেতামুখী, পেঙী, ওফোন্দাগালী, বেঙী ; অসমৰ পূজা-পাৰ্বণ. উৎসব-পৰ্ব : স্বস্ত্যয়ন, শান্তি-কৰম গ্ৰহ-যজ্ঞ, তিল-হোম, কালীপূজা, বটুক-পাঠ, চ'তৰ বিহু মাঘ বিহু. কাতি-বিহু, বিয়াহ-গোৱা বিয়া-নাম ওজা-গোৱা, পাল-নাম ; অসমৰ অতীত-গৌৰব : ৰংঘৰ, কাৰেং-ঘৰ, তলাতল-ঘৰ, জয়-সাগৰ, শিৱ-দ'ল, বিষ্ণু-দ'ল দেৱী দ'ল, বৰুৱা, ফুকন, ভূঞা, বৰবৰুৱা, নৰকাসুৰ, ভগদত্ত, নৰনাৰায়ণ ; আৰু অসমীয়াৰ বাবে লাগতিয়াল গুণসমূহ : তেজ, বল, সহিষ্ণুতা, একতা স্থিৰতা, গাম্ভীৰ্য, ধৰ্ম-নিষ্ঠা। এনেকৈ মাধৱ কন্দলীৰ ৰামায়ণৰ পিছত অসমীয়া শব্দ-মালা বেজবৰুৱাৰ ৰচনাত সংৰক্ষিত হৈ থাকিল।

২১৩. বাক্য-ৰচনাৰ ক্ষেত্ৰতো বেজবৰুৱাই অসামান্য ক্ষমতা দেখুৱাইছে। তেওঁ বিভিন্ন ধৰণৰ বাক্য ৰচনা কৰিছে। কেতিয়াবা কোনো এটা বাক্য সম্পূৰ্ণ তদ্ভৱ শব্দেৰে গঢ়া আৰু কেতিয়াবা তৎসম শব্দেৰে ৰচা। কেতিয়াবা একোটা সংস্কৃত বাক্য লৈছে নতুবা এটা বাক্যৰ একাংশত সংস্কৃতৰ বাক্য ব্যৱহাৰ কৰিছে। কেতিয়াবা আকৌ ইংৰাজী বা আন ভাষাৰ বাক্যৰ অনুবাদৰূপে একোটা বাক্য ৰচনা কৰিছে। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল : উজনি-ভাটি একেটা হৈ অসমীয়া জাতি। পৰম ব্ৰহ্ম পৰমেশ্বৰ বিৰাট, বিভু, বিমুক্ত। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। বাকীবোৰ 'লোষ্ট্ৰবৎ পৰদ্ৰব্যেষু পৰদাৰেষু মাতৃৱৎ' ভাবি পৰিত্যাগ কৰিবি। যেনেকৈ কবি কোনো কবি হ'ব নোৱাৰে ( poet is born not made ), সৰু কাম নকৰাতকৈ পলমকৈ কৰাও ভাল ( Better late than never ), সিদ্ধিয়ে সিদ্ধিৰ লগ লয় ( Nothing succeeds like success ), পূৱ পূৱেত, পশ্চিম পশ্চিমেত, দুয়ো বিপৰীত কালে ( eastis east and west is west and never the twin shall meet ) ।

২১৪. কেতিয়াবা শঙ্কৰদেৱ, মাধৱদেৱৰ পৰা বাক্য বা বাক্যাংশ একোটা লৈছে, কেতিয়াবা লোক-সাহিত্যৰ পৰা বা কোনো কবিতাৰ পৰা একোশাৰী লৈ সেই-বোৰক গদ্যৰ আকাৰ দিছে। ভট্টদেৱৰ গদ্যৰ অনুকৰণতো দুই-এটা বাক্য সজা হৈছে। উদাহৰণ: তুমি এই বয়সতে আপোন হাতে আপোনাক মাৰি আপোনাৰ মহামাৰি আপুনি চিন্তিবা এনে কথা হ'ব নোৱাৰে। (তু. মাধৱদেৱ: আপুনি আপোন বন্ধু আপুনি আপোন শত্রু আপুনি আপোন ৰাখে মাৰে)। টেকেলা বোল (তু. শঙ্কৰদেৱ: অঙ্কীয়া নাট: ৰাজা কৰযোৰে বোল)। টেকেলা বদতি 'ইটো কথা পৰম গুপুত' (তু দশম: সুকমুনি বদতি সুনিয়ো পৰিক্ষিত); নাৰদত হন্তে মোৰ কৰ্ণগোচৰ হ'ল (তু. ভট্টদেৱ: তুমাত হন্তেসে জগতৰ সৃষ্টি স্থিতি সংহাৰ হয়)। যদি কোৱা, অকল বিহাৰৰ ওপৰতে মাৰঘাত পৰিল কিয়? (তু ভট্টদেৱ: যদি বোলা বিষয়ত দৃষ্টি নহৈলে, কেমনে ভোগ কৰে)। মই কাবৌ কৰি কলোঁ, ককা "প্ৰসন্ন হোৱা, এইটো সুভজি" (তু. ভট্টদেৱ: হে জগন্নিবাস, প্ৰসন্ন হয়া)।

২১৫. বন-গীত দুশাৰীকো কেতিয়াবা গদ্যৰ ৰূপ দিয়া হৈছে: সম্পূৰ্ণ এবছৰ নপচা-মুণ্ডনা নামৰ ৰূপহী মদাৰজোপা জকমকীয়া হৈ ফুলিল; ভল ভৰি সৰিল আৰু গুৰু-ভকত ক'তো তাৰ ফুল এপাহি নালাগিল (তু. কেলেই ফুলিলি ৰূপহী মদাৰ ঐ · )। ৰূপ-সাগৰত বুৰ মাৰি অৰূপ ৰত্নক তুলি চকুৰ আগত থৰা। (তু. ৰবীন্দ্ৰনাথ: ৰূপ সাগৰে ডুব দিয়েছি অৰূপ ৰতন আশা কৰি)।

২১৬ বেজবৰুৱাই য'তেই সুবিধা পাইছে ত'তেই অসমীয়া ফকৰা-যোজনা, প্ৰৱাদ বচন, জতুৱা ঠাচ আদি পৰ্য্যাপ্তৰূপে ব্যৱহাৰ নকৰাকৈ থকা নাই। তেওঁৰ ৰচনাত পাওঁ: কথাতে কটা যায়, কথাতে বঁটা পায়; শাহুৱে গৰকা বোৱাৰী বাৰা; শাকত নাথায় লোণ পিটিকাত যায় তিনিগুণ; সাত পুৰুষত নহ'ল গাই কৰিয়া লই খীৰাৰ'লৈ যায়; আইৰ ঘৰলৈ যাম দুইহাতে খাম বিধাতাই বোলে মই পিছে পিছে যাম; গৰগঞা মিতিৰৰ ভাও মুখে বোলে থাক থাক ভৰিৰে হেচোকে নাও; মানুহে পাতে ঈশ্বৰে ভাঙে; নল মৰে গঁজালি উঠে; অসমীয়া চিৰকাল পৰৰ ওপৰত খোৱা ভাটিয়া পানীত বোৱা; মোৰ ধাতু চুলিৰ আগ যদিও পালেগৈ তথাপি মৰোঁজীওঁলো-আৰিকৈ বুকুখন ডাঠ কৰি ক'লো; তেওঁ বলা ছাহাবসকলৰ ভবিত ভালকৈ তেল-টেঙা ঘঁহিব জানিছিল।

২১৭. বেজবৰুৱাৰ বহুতো বাক্য প্ৰৱাদ-বাক্যত পৰিণত হৈছে; যেনে, "জাতীয় সাহিত্য জাতীয় জীৱনৰ প্ৰতিবিম্ব। অসমীয়া ভাষাৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম চাপ। সদায় আঁউসী নেথাকে। ক্ষাম্ৰ সক ৰৰ নাই।" বাক্যবোৰো একে দৈৰ্ঘ্যৰ নহয়। এই ক্ষেত্ৰতো বেজবৰুৱাই বৈচিত্ৰ্যৰ সমাৱেশ ঘটাইছে। তেওঁৰ আটাইতকৈ

দীঘল বাক্যটো ৫৩৪ টা শব্দেৰে গঠিত। অসম-সাহিত্যসভাৰ সভাপতিৰ ভাষণত সেই বাক্য সংৰক্ষিত হৈছে। তেওঁৰ আটাইতকৈ চুটি বাক্য এটা শব্দেৰে সজা। বেজবৰুৱাৰ বাক্যৰ বৈচিত্ৰ্যৰ আভাসস্বৰূপে এটাৰ পৰা দহোটা শব্দেৰে গঠিত দহোটা বাক্য তলত দিয়া হ'ল :

(ক) লখীমপুৰ
(খ) মনেই সকলো
(গ মানুহ ঈশ্বৰৰ সন্তান
(ঘ) ছাঁ আছল বস্তু নহয়
(ঙ) তুমি যেনে ভাবা তেনেকুৱাই হ'বা
(চ) প্ৰকৃত আনন্দ হৈছে স্বৰূপানন্দ, ভগৱন্ত, পৰমেশ্বৰ
(ছ) অখণ্ড, অব্যয়, ভূমানন্দ ঈশ্বৰৰ ৰাজ্যত নিৰানন্দ ক'ত
(জ) মন শৰীৰৰ যেনে সহায়ক, শৰীৰো মনৰ তেনে সহায়ক
ঝ) আঁউসীৰ পিছত প্ৰতিপদ দ্বিতীয়া আৰু শেহত পূৰ্ণিমা আছেই
(ঞ লেখত সৰহ হ'লেই যে মনুষ্যত্বৰ যোগ-ফল সৰহ হয় এনে নহয়।

২১৭। হাস্য আৰু ব্যঙ্গাত্মক ৰচনাত বেজবৰুৱাই কোনো কোনো সময়ত বীজ-গণিতৰ সূত্ৰৰ আৰ্হিত বাক্য গঢ়িছে ; যেনে,

ভোজ²—মদ²—কুকুৰা=০ ; শৰাধ—দক্ষিণা -০ ইত্যাদি। বেজবৰুৱাৰ আনকেইটামান বাক্য এনে ধৰণৰ : মতিৰাম ধনেৰে ধনী, গুণেৰে গুণী, খোলত বায়ন, গীতত গায়ন কাঠৰ কামত বাঢ়ৈ, সম্বোধনত আতৈ। ইয়াত তৈয়াৰৰ পচা শোক নাই, দুখ নাই, হিংসা নাই, খিয়াল নাই। যিপিনেই চাওঁ সেইপিনেই পুঞ্জীভূত সৌন্দৰ্য, স্তূপীকৃত মাধুৰ্য, ৰাশীকৃত আনন্দ। জলত মধু, থলত মধু, মানুহত মধু, ফলত মধু।

২১৮. তাঁৰ লেখকৰ ৰচনা স্বাভাৱিকভাৱে অলংকাৰযুক্ত হয়। বেজবৰুৱাৰ ৰচনাকো বিবিধ অলঙ্কাৰে শোভিত কৰিছে। অলঙ্কাৰৰ ভিতৰত তেওঁ 'সাৰ' বা 'আৰোহ' অলঙ্কাৰ সঘনে প্ৰয়োগ কৰা দেখা যায়। তলত কিছুমান অলঙ্কাৰৰ উল্লেখ কৰা হ'ল :

উপমা : কাণ দুখনি যেন দুটি হালধীয়া চিকুণ পখিলা। আঠীয়া-কলৰ ভিল যেন ভবিদুখি। মুখখনিত এনে এটা মধুৰ হাঁহি যেন সেইটি কপৌ-ফুলৰ থোপাকলিহে।

ৰূপক : ভাৰা-উঁৰালত লোণ-তেল, ধান-চাউল আছে, ভাৰা-পাকঘিত শাক-পাচলি আছে, ভাৰা-বিলত মাছ আছে। সেই বাবুৰ পাল মোৰ মন-মাজত তালকৈ ফৰি দিব পাৰিম।

ৰূপক : ইয়াৰ চাল চলন কেনে ?

মিঠা

মিঠা-তিতাৰ কথা মই কোৱা নাই

**অনুপ্ৰাস ঃ** এখোজ দুখোজকৈ আহি সংসাৰত্যাগী সন্ন্যাসীৰ শৰীৰত থিয়ৰ বিৰাগী ববাগীৰ গাত দুষ্ট কলি প্ৰৱেশ কৰিলে. ববাগীৰ মনত বিকাৰ উপস্থিত হ'ল।

**অতিশয়োক্তি ঃ** বাস্তৱিকতে তেওঁৰ দাড়ীকোছা ইমান দীঘল আছিল যে এহেজাৰৰ ভিতৰত ন-শ নিৰানব্বৈটা মানুহৰ মুখত তেনে দাড়ীৰ হাবি সততকাই পোৱা নাযায়।

**আৰোহ বা সাৰ ঃ** আমি দেখিছোঁ. আমি পাইছোঁ, আমি বুজিছোঁ অসমীয়া এটা ভিন্ন ভাষা। পঢ়ি চোৱা. মিলাই চোৱা - দেখিবা। হে অসমীয়া! ভয় কি? সংশয় কি? আৰু আমনজিমনকৈ থাকা কিয়? বুকুত সাহ লৈ; ঈশ্বৰৰ আশীৰ্ব্বাদ শীৰত লৈ, ভক্তি, বিনয়, নম্ৰতা অথচ মনুষ্যত্বৰ দাবীৰ কৱচেৰে আবৃত হৈ, ধৰ্মৰ সুবিমল জ্যোতিৰে বিমণ্ডিত হৈ আগ বাঢ়া। গাভৰুৰ কি লাহৰী হাতখনি! কি চকুৰ ঠাৰ! কি খামোচে পোৱা কঁকালটি! কি আঠীয়া-কলৰ ভিল যেন ভৰিযুৰি! নাহে, নেপাওঁ, গ'ল, জনমলৈ গ'ল।

**অৱৰোহ ঃ** এতেকে হে জগতবাসী! হে ভাৰতবাসী! হে অসমবাসী! ভাত প্লেট নাছিল, কাঁটা নাছিল, চামুচ নাছিল, চুপ নাছিল, ৰোষ্ট নাছিল, কাৰি নাছিল, কট্‌লেট নাছিল, আছিল মাথোন পঁইতা ভাত আৰু পোৰা মাছ।

**সুভাষণ ঃ** চুক-ভেকুলীবোৰে ক্ষুদ্ৰবিধ কাৰ্য সমাপি লৰ মাৰিছে। তইঁতৰ ঢাপত তিতালাও গজাম, ভেটিত গেৰেলাৰ হতুৱাই সি কথা কৰাম।

**ব্যাজস্তুতি ঃ** একতা,-একতাৰ বিষয়ে অসমীয়া জাতি পৃথিৱীত অদ্বিতীয়। একতা মানে একেতা; অৰ্থাৎ গাইপতি এটা এটা, গোট গোট।

**লক্ষণা ঃ** 'বগা-ছাল'ৰ উন্নতি শীঘ্ৰে হয়। সেই মহাপাপীৰ তেওঁ কস্মিন কালেও বদন. দৰ্শন নকৰে।

**সমাসোক্তি ঃ** গুৱাহাটীৰ গাত লুইতৰ বিহা-মেখেলা, ডিঙিত পৰ্বতৰ সাতশৰী-হাৰ, মূৰত ভুৱনেশ্বৰীৰ ধৱল কিৰীটি, বুকুত উমানন্দ আৰু উৰ্ব্বশী। কেতিয়া কোনটো হেগত ক'ব নোৱাৰোঁ মনে মনে টোপনিয়ে আহি মোৰ মূৰৰ পৰা ভৰিলৈকে ঢাকি কলা কাপোৰ এখন মোৰ গাৰ ওপৰত পেলাই দিলে। আৰু .. বাহিৰৰ বন্দুৱা-লওৱা ইন্দ্ৰিয়বোৰে খোহ পাতি ধৰ্ম-ঘট কৰি নিজৰ কাম বন্ধ কৰি দিলে। মই হাঁহিলে পৰ্বতেও হাঁহে।

**পুনৰুক্তি ঃ** বৰ বকৰাৰ নিচিনা মানুহৰ পক্ষে খৰচ আপদ, খৰচ বিপদ, খৰচ, শনি, আৰু ভুঁইৰ অগনি। তেওঁ মৰিলেও খৰচ, নমৰিলেও খৰচ, এধাজীয়া হৈ থাকিলেও খৰচ।

অনন্যাত্মকতা ঃ যবব ভিতৰত চিন্তা-পথবা বোদ্ধা মহে কোনকোননি লগাইছে, সক সক ল'ৰাবিলাকৰ কোনোটোৱে পেনপেনাইছে কোনোটোৱে কেনকেনাইছে।

বিষম ঃ সি যেনে তেজী তেনে কোমল, যেনে ভগন্ত তেনে চেঁচা যেনে কটু তেনে মধুৰ।

ভ্ৰান্তিমান ঃ তই আকাশত উৰি ফুৰা মইনা চৰাই নে, পৰ্বতৰ গাত ফুলা বনৰীয়া ফুল ? তই পৰ্বতৰ জীয়ৰী গৌৰী নে, লুইতৰ জীয়ৰী কোনোবা জলকুঁৱৰী ?

২১৯. বেজবৰুৱাৰ শক্তিশালী ব্যক্তিত্ব, সজ্ঞান কাৰিকৰি, অসমীয়া ভাষাৰ প্ৰতি থকা তেওঁৰ স্বাভাৱিক টান, আৰু অসমীয়া ভাষাৰ ওপৰত থকা দখলৰ দ্বাৰা তেওঁ এটা নিজস্ব ৰীতি গঢ়ি তুলিবলৈ সক্ষম হয়। সেই হেতুকে বাণীকান্ত কাকতিয়ে কৈছিল ঃ "বেজবৰুৱাৰ ৰচনা-পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়"। আনভাৱে ক'বলৈ গ'লে বেজবৰুৱা আধুনিক অসমীয়া ভাষাৰ এজন প্ৰধান গঢ় দিওঁতা। তেওঁৰ বিবিধ ৰচনাই অসমীয়া ভাষাক যথেষ্টৰূপে সমৃদ্ধ কৰি তুলিলে।

২২০. "এজন ৰজাৰ শাসনৰ অধীনত থাকি সেই ৰজাৰ হকে যুঁজিবলৈ হ'লে সকলোৱে এক মনৰ হৈ লগলাগি এজন প্ৰধান সেনাপতিৰ আদেশ মানি যুঁজিব লাগিব, তেহে আমাৰ জয় হ'ব। কাৰো শাসন আৰু আদেশ নেমানি আমি গাইপতি মইমতভাৱে যুগযুগান্তৰ ব্যাপি যুঁজি শৰীৰ পাত কৰিলেও যুঁজত জয়লাভ কৰিব নোৱাৰোঁ— (বেজবৰুৱা)। অসমীয়া ভাষা-সাহিত্যক "বঙ্গীয় বকাসুৰৰ পেটত সুমাই ল'বলৈ আৰু গোটেই অসম-দেশখনকে গিলি পেলাবলৈ বঙালী পণ্ডিতসকলে ক্ৰমাগতভাৱে ওপৰাউপৰিকৈ ঘিৰোৰ আক্ৰমণ চলাইছিল সাহিত্যৰথী লক্ষ্মীনাথে সেই সকলোবোৰ আক্ৰমণ সিংহবিক্ৰমেৰে ওফৰাই পেলাইছিল—অসমীয়াৰ ন্যায্য দাবী দৃঢ়ভাৱে সাব্যস্ত কৰি তেওঁ জয়লাভ কৰিছিল। সমসাময়িক আন সকলোবিলাক সাহিত্যিক নেতাই ৰণসেনাপতি লক্ষ্মীনাথৰ বলিষ্ঠ নেতৃত্ব মানি লৈছিল। ভাষা-সাহিত্যৰ ৰণত দিগ্বিজয়ী হোৱাৰ বাবেই বেজবৰুৱাক আজি আমি সাহিত্যৰথী আখ্যাৰে বিভূষিত কৰিছে'।"— (অতুল চন্দ্ৰ হাজৰিকা)। বেজবৰুৱাই এনে এজন প্ৰধান সেনাপতিৰ স্থান অধিকাৰ কৰাৰ ফলত আন কেইবাগৰাকী লোকে সাহিত্য-সেবাৰ জৰিয়তে বেজবৰুৱাই দেখুওৱা বাটেদি আগবাঢ়ি অসমীয়া আধুনিক মান্য ভাষাটোৰ সুপ্ৰতিষ্ঠাত অৰিহণা যোগালে। এই ক্ষেত্ৰত বেণুধৰ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা, অম্বিকাগিৰি ৰায়-চৌধুৰী, সত্যনাথ বৰা আদিৰ নাম বিশেষভাৱে উল্লেখ কৰিব লাগিব। বেণুধৰ শৰ্মাৰ ভাষাতো নানা ধৰণৰ শব্দৰ প্ৰয়োগ দেখা যায়। সেইবোৰৰ কিছুমান ৰুধিৰ ভাষাৰ শব্দ, কিছুমান সংস্কৃতীয়া, কিছুমান পুৰণি অসমীয়াৰ শব্দ, কিছুমান

বিদেশী শব্দ, আৰু কিছুমান নিজেই সজাই লোৱা শব্দ। তলত আটাইবোৰৰে উদাহৰণ দিয়া হ'ল: বঙ্গালদেৱে বাৰীখনৰ ঠগ দেখি তন্মান খাই লগৰ মানুহক সেই বাৰীয়লীয়া মানুহটোক তেওঁৰ আগত লৈ আহিবলৈ ক'লে।... স্বৰ্গদেৱৰ ৰাজ্য যদি বুঢ়াগোহাঞে লখিন্দাৰৰ মেৰঘৰকে কৰিব খুজিছিল, তাৰ নো আকৌ পিজোৱে চিঠি সৰকাৰ পৰা কুদ্ৰাক্ষ কিয় থৈছিল?... শস্য শ্যামলা অসম ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ-সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত তল পৰি আছে।... এঠাইৰ পৰা আন এঠাইলৈ যাবলৈ হ'লে হাঁহ-পাৰ মাৰি এদনীয়া হৈ ওলাই যাব লাগে।... বজিলী সঁচাসচিকৈয়ে বজিলী আছিল—আঙুলী পাজীসেৰী, গা কেঙেকী-কঁকাল। হাত-ভৰি, পুৰঠ গাল, আৰু সাপৰ নেগুৰ যেন চুলিটাৰে বজিলীক তুলি ধৰিছিল।

২২১. জতুৱা ঠাচ, প্ৰবাদ-বচন আদিৰ উপযুক্ত স্থানত প্ৰয়োগ বেণুধৰ শৰ্মাৰ ভাষাৰ এটা চকুত লগা বিশেষত্ব। তেখেতৰ ভাষাত "মানুহজন কথা-বতৰাত পাগত উঠা। তুয়োঘৰ শিৰফুটা। মানুহৰ নিদানে বিৰ দিও বাট পাবলৈ নোহোৱা হয়। বোলে, বেৰবো কাণ আছে। এতিয়া সেই ৰামো নাই অযোধ্যাও নাই। সঁচা কথা যি লাই বাঢ়িব চুপতীয়াতেই চিন। মাউখে উটিলে গুড়ি পকৱাবো যে মৰণ নাই, এয়ে তাৰ প্ৰমাণ। গছ নোহোৱা ঠাইত এৰা গছেই বৰ গছ। উঠোঁতেই কুকুৰে ধান বানিবলৈ ধৰিলে। পদুলীগুৱাৰ শাৰীত নাম লগাই এনেয়ে বহি আছোঁ। স্কুল-ঘৰটো কাঁহ পৰি জীণ গ'ল। শিক্ষকসকলো বেঙে-মূতা গৰুৰ দৰে কঁপি থাকিল। বাটত পালোঁ কমাৰ দা গঢ়ি দিয়া আমাৰ।" বেণুধৰ শৰ্মাৰ ভাষাও ঠায়ে ঠায়ে আলঙ্কাৰিক হৈ পৰিছে: "ৰাজ-বংশ আছে, ৰাজ্য-বৰ্দ্ধনৰ শক্তি নাই। সমৃদ্ধি-সম্বল আছে, যুগুতাৰৰ সামৰ্থ্য নাই। অস্তিত্ব আছে সিও জড়"—(বিশেষোক্তি)। "চাওতাজৰ চন্দৰ শইকীয়াৰ চকু কাঢ়িলে, বলোৰামক ধুমেৰে খুন্দিলে, গুৰুদত্ত চাংৰাকতিৰ ৰাও-কাণ কাটিলে, ধনাইক শালত চেপিলে, লুতুমক কৰতেৰে কটোৱালে" —(আৰোহণ)। "অসমৰ এনে উদ্মকাঙ্ক্ষীয়া যৌৱন-কালত অসম-বুৰঞ্জী লেখকে সমাজিকতো ভাবিব পাৰিছিল নে যে সেই আত্ম-প্ৰতিষ্ঠাৰ শিকলিভাল ছিগি-ভাগি ধানবান হ'ব, ৰণচাদি দি ফুৰা জাতি এটাৰ দেশ এখন শ্মশানশালী হ'ব, ইন্দ্ৰদত্ত হেংদানত মামৰে ধৰিব, বিদেশী বজালে টিমিজমিলাৰ, আৰু জীৱন্ত গড়গাওঁ নগৰখনি ধ্বংসৰ প্ৰতিমূৰ্তিৰূপে 'নিৰ্বাত নিষ্কম্প তৰুৰিব' জঠৰ লাগি পৰি থাকিব" (অৱৰোহণ)। শৰ্মাদেৱৰ ভাষাত শব্দ প্ৰয়োগৰ নকীয় ৰূপ কিছুমানো আছে: ভাপা-কৈঁতুৰি, নিমুণী নেতৃত্ব, আউলীয়া সমস্যা, এপলীয়া কথা, সুবৰ্ণ সুযোগ ইত্যাদি। সংযুক্ত শব্দ হিচাপে বেণুধৰ শৰ্মাৰ ভাষাত পাওঁ: জীন-পবিত্ৰ, তেজ-আহংকাৰ, দ্ৰব্য-সম্ভ, জোৱা-জজাল, লাভ-বিলাখ আদি। শৰ্মাদেৱে ব্যৱহাৰ কৰা শব্দবোৰৰ কিছুমান

নামনি-অসমৰ কথিত ভাষাৰ শব্দ : থাম-থিত, বল-ষাৰি, সাঁজ লাগ্, গল (ডিঙি), নানান্, ভেহে, ফিকি, ঠগ আদি। বেণুধৰ শৰ্মাৰ ৰচনাৰ আন এটি চানেকি এনেকুৱা : ১৯২৮ চনৰ ২ মে তাৰিখে, ছুপৰীয়া এঘাৰমান বজাত চক ফুটিল- হেম গোসাঁই ঢুকাল। গুৱাহাটী নগৰত উস্‌মিস্ লাগিল। উজান-বজাৰ জয় পৰিল। স্কুল-কাচাৰী বন্ধ হ'ল। অফিছ ছুটী হ'ল। আত্মীয়-স্বজনেৰে গোসাঁইৰ চৌল ভৰি পৰিলহি। ছাত্ৰ-কৰ্ম্মচাৰীও ঠাহ খালেহি।... সকলোটি নিৰ্বাক, নিস্পন্দ—কাৰো মুখত মাত নাই; বিষাদে সকলোৰে মন ওন্দোলাই থৈছে।

২২২. বেজবৰুৱাৰ পাছত অসমীয়া ভাষাৰ সৌষ্ঠব-বৰ্ধনত বিশিষ্ট অৰিহণা আগ বঢ়োৱা আন এজন লেখক হ'ল অতুলচন্দ্ৰ হাজৰিকা। বেজবৰুৱাৰ নিচিনাই অসমীয়া ভাষাৰ প্ৰতি ভাল পোৱাটোৱে হাজৰিকাৰ ক্ষেত্ৰতো মুখ্য কথা। তেওঁৰ ভাষাত অসমীয়া ভাষা "অসমৰ ৰাইজৰ প্ৰাণৰ ভাষা, মাতৃভাৱ আমোলৰ ভাষা; ই একেদিনে পাৰত পৰা নাই। অসমৰ মাজ বুকুৱেদি বৈ যোৱা বৰ লুইতখনৰ সমান গভীৰ, প্ৰশান্ত, আৰু প্ৰাচীন এই অসমীয়া ভাষা"; আৰু এই অসমত "যদি অসমী ভাষাই নেপায় আগত স্থান, স্বাধীনতা হ'ব ভেকো ভাওনা, ব্যৰ্থ সাধনা-ধ্যান। বনুৱা, পমুৱা, সবাৰে মুখত দিলে অসমীয়া মাত, তেতিয়াহে মাথো হ'ব জয়যুক্ত বাণ-চুকাফাৰ জাত।" হাজৰিকাৰ ৰচনাত প্ৰথমতে চকুত পৰে শব্দ-চয়ন-সম্পৰ্কত আচৰিত ধৰণে অৱলম্বন কৰা তেওঁৰ উদাৰ পন্থা। তেওঁ মুকলিভাৱে সকলো ধৰণৰ শব্দ গ্ৰহণ কৰিছে। থকুৱা অসমীয়া শব্দৰ পৰা আৰম্ভ কৰি উপভাষাৰ শব্দ, বিদেশী শব্দ, সংযুক্ত শব্দ, ধ্বন্যাত্মক শব্দ, জনজাতীয় ভাষাৰ শব্দ, সৃষ্ট শব্দ আদি সকলোবোৰকে উপযুক্ত স্থানত ব্যৱহাৰ কৰিছে। তলত দিয়া উদাহৰণবোৰৰ পৰা এই বিষয়ে এটা স্পষ্ট ধাৰণা পোৱা যাব :

(ক) খোঁৱা চাং, নাগমাটি, তুলাপাত, লাওপানী, এলাপেচা, কবাইচ, পেলুকনা, দীপলিপ, আটোমটোমাৰী, মুদৈ।

(খ) দুনিয়া, জাহাপনা, ছাহজাদা, তফাং, লড়াই, কাজিয়া, ফিকিৰ, দগাবাজ, জাহিৰ, তালাক, আপীল, পয়গম্বৰ।

(গ) ব্ৰহ্ম-বধ, পিতৃ-বধ, সুৰা-পান, সুৱৰ্ণ-হৰণ, মিত্ৰ-দ্ৰোহ, পুত্ৰ-পুত্ৰী, বপু।

(ঘ) জুই-অগনি, তুপ-কুটী, বাকলি-বসন।

(ঙ) কুটিছাই, আটাহ, তালাপি, নাগেশ্বৰ, মকুৰা, বাহণৰ নাতী, সাথল, হাৱা, বাপাছালা, আতা, আবু, ঘৰেপুৱা, চাকলীৰা, শেতেলী, ছোটোৰা, হৈহো-লেহো, হাউৱিয়া, লেহা-বেঙা, তামাকাঁহা, উকা, বেও, লিহ, লাপুং।

(চ) চৌপলি, মুখটি, ডিঙি, গল, টিকুং, ধাঁহী, কুপতি, কলা, উকলি, জোকাৰ, চুটি-মাৰি, কঁপিয়া।

(ছ) দেও-মনিষ, সাতে-সোতৰে, কাউৰ-কুকুৰ, বিচাৰ-খোচাৰ, মাত-বোল, চাকি-বন্তি, হাজাৰ-বিজাৰ, সহায়-সহযোগ, মৰম-চেনেহ, বাৰিষা-খৰালি, ডকা-চাকনৈয়া, বেল-নগৰ, তেল-নগৰ, প্রলয়-বোমা।

(জ) জনম, লগন, লখিমী, ভছম, অধৰম, পুইন, মেলেছ, শুকুলা, বিয়াধ, শকতি, হবিষ, বাইকছ, বহুইছ।

(ঝ) অক্সিজেন, ৰোমাণ্টিক-ইজিয়টী ( কবিতা ), মিছনেৰী ( ছাহাব ), সূচনা-চিত্র ( documentary ), এটমৰ (দম্ভ), বজা-চেষ্টা, যুটীয়া প্রচেষ্টা।

২২৩ আনফালে হাজৰিকাৰ ৰচনাৰ পাতে পাতে জিলিকি আছে অসমীয়া সমাজ আৰু সংস্কৃতিৰ বার্তাবহনকাৰী অশেষ শব্দৰাজি: বিহু, ভঠেলি, জেং-বিহু, মাৰৈ-পূজা, দেওধা-নাচ, তিনি-কীর্তন, চান্দোৰ ডিঙা, ঢুলীয়া, খুলীয়া, গায়ন, সূত্রধাৰ, তেলী, মালী, শিলাকুটী, বণিয়া, সূতাৰ, চর্মকাৰ, কুম্ভকাৰ, চিত্রকৰ, কঁহাৰ, বিপ্র, কাইথ, নট, ভাট, দেৱদাসী, হাজোৰ নটী, মাৰৈপূজাৰ দেওধনী, বিয়াহৰ ওজা, চাংমাই, জিগিৰা-জিগিৰী, ছিপাহী-হস্তৰীঃ হাতী-শাল, ঘোঁৰা-শাল, চাংমাই-শাল, মইনা, ভাটো, চকোৱা, ঢোল, মাদল, নৰণী, খুৰ, কেঁচী, আঙঠি, গলপতা, কেকমণি, থুৰিয়া, চিৰিপাতি, বিহা-মেখেলা, শৰাই, পিকদান, ভোগজৰা, দোলা, পালকী, পচলাৰ খাৰ, মাটিমাহৰ আঞ্জা, কাহুদি-খাৰলি, শোকোতা-খৰিচা, কলডিল, ঔ টেঙা-লফা-শাক, চিতল-মাছৰ কোলঠি, মুহুদি।

২২৪. অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক নির্দিষ্টতাবাচক প্রত্যয়ৰ বহুল ব্যৱহাৰ হাজৰিকাৰ ভাষাৰ আন এটা বৈশিষ্ট্য। উদাহৰণ: পোনাকণ, চুলিকোছা, জুইকুৰা, কেৰাখিলাও পাত, বন্তিগছ, ভাতগাল, মাছ এচকল, এচপৰা মাটি, এচাৰ কোৰ, লিখক এচাম, এহালিচা পাতনি, পানী এচলু, এচেলেকা অমৃত, গুৰুজন, গাভৰুজনী, লাওখোপা, তুলসীজুপি, গালি এজাউৰি, এটুপি চকুলো, এডৰা মাতৃৰী-বন, আপদভাল, পানী এডোঙা, এধাৰ সোণৰ হাৰ, এধাৰি বনমালা, মজা এপালি, ফুলপাহ, পুণ্যফেৰা, পূজাভাগ, এভাগি-পূজা, পানৈঘুৰি, চকুঘুৰি, এযোৰ চাকৈ চকোৱা, কেকযোৰ, এই সোপা, এহাল বুঢ়া-বুঢ়ী।

২২৫. শব্দ-ৰচনাৰ পাছত বাক্য-ৰচনা। হাজৰিকাই বিভিন্ন ধৰণৰ বাক্য ৰচনা কৰিছে। কোনো এটা বাক্য সম্পূর্ণ তদ্ভৱ শব্দেৰে ৰচা, কোনো এটা তৎসম শব্দেৰে ভৰপূৰ, কোনো এটা বাক্যৰ একাংশও যদি সংস্কৃত বা আন ভাষাৰ বাক্যৰ অংশ ব্যৱহাৰ কৰিছে, কোনো এটা আকৌ ইংৰাজী ভাষাৰ অনুবাদৰূপে ৰচনা কৰিছে। কেতিয়াবা পুৰণি অসমীয়া সাহিত্যৰ পদৰ শাৰী কিছুমানকো গদ্যৰ ৰূপ দি লেখা হৈছে। কোনো কোনো ক্ষেত্রত আন কবি-সাহিত্যিকৰ ৰচনাকো নিজৰ বাক্যৰ

লগত সাঙুৰি সুকীয়া বাক্যৰ প্ৰচলন কৰিছে। কেতিয়াবা ভাৰতীয় মহাকাব্যৰ কাহিনীৰ আলমত বাক্য সজোৱা হৈছে। ভট্টদেৱৰ ৰচনাৰ নিচিনা বিশেষণৰ ক্ষেত্ৰত সংস্কৃতীয়া প্ৰয়োগো হৈছে। কোনো ভাব স্পষ্টকৈ প্ৰকাশ কৰিবলৈ কেতিয়াবা অঙ্ক বিদ্যাবো আশ্ৰয় লোৱা হৈছে। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল :

২২৫.১ পূবে বগাদাৰ দিলে। ৰাতি পুৱাল; ৰাওঁ এতিয়া, প্ৰকৃতি-সন্তান বিহগ-বিহগীসকলৰ লগত সন্ধ্যা-ললিতা-কান্তাৰ ভক্তিমিশ্ৰিত সুৰত সুৰ মিলাই দি সন্ধ্যাচলত সেই শুভ দিনলৈ প্ৰতীক্ষা কৰোঁ গৈ। সন্ন্যাসীয়ে ক'লে—মহাৰাজ, পুত্ৰং দেহি। ইয়ানতে আমি ঠাইৰ দেৱতা ঠাইলৈ উলটি যোৱাই ভাল। 'যঃ পলায়তি স্ জীৱতি। মেকুৰী জোলোঙাৰ পৰা ওলাল। মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে ? বেছি লিখা অনাৱশ্যক। ফলাফল ফলদাতা বিষ্ণুৰ হাতত। মহাপাপৰ কামবোৰকো মন্দগতি পাপশীল অজামিলে ল'বাৰ খেমালিৰ নিচিনাহে বুলি ভাবিছিল। সেই পলোৱা নাওবোৰক আমাৰ সেনাই পাছে পাছে শিশুপাল খেদা দি থৰ্কাচুটি হেৰুৱালে। নিলাজী ধৰিত্ৰীৰ ষাবা। যমুনাক পাগলিনী কৰি। আমাৰ কেবাখনো শাখা-সভাৰ অৱস্থা জ্যামিতিৰ বিন্দুৰ নিচিনা; স্থিতি আছে, কিন্তু দীঘ-পুতল নাই।

২২৫·২ হাজৰিকাই য'তেই সুবিধা পাইছে ত'তেই অসমীয়া ফকৰা-যোজনা, প্ৰবাদ-বচন, জতুৱা ঠাচ আদি পৰ্য্যাপ্তৰূপে ব্যৱহাৰ কৰিছে। উদাহৰণ : আই মানুহে পাঙে, ঈশ্বৰে ভাঙে। বালীলৈ যিপাট শৰ সুগ্ৰীৱলৈও সেইপাট শৰ। আমাৰ এৰাৰ কথা আছে—ৰজাক নাটে ৰজাক নাটে। কুমুৰ যাত্ৰা যি কৰে বিধাতা। আলচ' কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে। অল্প-বিদ্যা ভয়ঙ্কৰী। এন্দুৰে সেন্দুৰৰ মোল কি বুজে? এক ৰবাই ধান খায়, এক ৰবাই হান খায়। কাকো পৰিল ভাঙো সৰিল। গাত নাই ছাল-বাকলি, মদ খায় তিন-টেকেলি। আছে গৰু নাবায় হাল, হোৱাতকৈ নোহোৱাই ভাল। সভাত থাকি নেমাতে উচিত, দোষে পায় কিঞ্চিৎ কিঞ্চিৎ। নাচিব নাজানে চোতালখন হেৰেমগৰীয়া। চুচিলে মাজিলে বান্দৰীও সুন্দৰী হয়। খাই পাত ফলাৰ ফল। তেওঁ সুধিলে মহাদেউৰ কথা, পুতেকে ক'লে ভঙা লাওৰ কথা। তেতিয়াৰ পৰা নাৰায়ণ দেৱতা তেওঁৰ চকুৰ কুটা দাঁতৰ শাল হ'ল। সিইঁতে আমাৰ কামত এনেদৰে বিঘিপথালি দিয়াটো উচিত হ'ল নে? দৈত্যৰাজে দেখিলে, কথা দেখোন বিষম, কালিৰ ছৱালে শৰহিৰ গীত গায়। ৰজাৰ ঘৰে চুলিৰ আগ পালে গৈ। এইদৰে ফাল চাৰ্চোতে মাছৰ বতৰ গ'লে লাভ একো নহয়।

২২৫·৩ হাজৰিকাৰ বাক্যবোৰৰ কিছুমান চুটি আৰু কিছুমান দীৰ্ঘ ৰূপৰ : তাৰ নাই। ৰাতি পুৱাল। আজি নিবেদন সংক্ষেপ। এক আছিল ৰজা। আছিল

এজনী বুঢ়ী। ৰুক্মিণী, বেউলা, উষাৰ দেশৰ তিৰোতা মই। আমি যিখন সমাজত বাস কৰোঁ, চলন-ফুৰণ কৰি জীয়াই থাকোঁ, সেই সমাজৰ জীয়া সমস্যাই যদি আমাক টলাব নোৱাৰে; আমি যি দেশৰ নদ-নদী, চৰাই-চিৰিকটি, ধূলি-মাকতিৰ মাজত ডাঙৰ দীঘল হৈছোঁ, সেই দেশৰ সৌষ্ঠৱ, সৌন্দৰ্যই যদি আমাৰ সাহিত্যত প্ৰেৰণা যোগাব নোৱাৰে, যি আদৰ্শৰ পৰম্পৰাত আমাৰ মনোজগতৰ বিকাশ সাধন হৈছে সেই আদৰ্শত যদি আমি উদ্বুদ্ধ নহওঁ আৰু সাহিত্যত তাৰ প্ৰতিফলন নহয়; তেন্তে সেই সাহিত্যক আমাৰ নিজা সাহিত্য বুলি ক'বলৈ মন কোঁচ খাই যায়। হাজৰিকাৰ অলঙ্কাৰযুক্ত বাক্য দুটামান এনে ধৰণৰ: কি সুন্দৰ প্ৰাগজ্যোতিষপুৰ নগৰ! প্ৰকৃতিৰ উপবন, পৃথিৱীৰ নন্দন কানন। প্ৰত্যেক পৰ্বতৰ টিঙত, লুইতৰ বুকুত, পুবে-পশ্চিমে, উত্তৰে-দক্ষিণে একোখনি একোখনি তীৰ্থ-স্থান। প্ৰত্যেকেই যেন একোখনি স্বৰ্গৰ দুৱাৰ। সৌৱা নীলাচল, আই ভৱানী কামাখ্যা গোসাঁনীৰ মহাপীঠ। ওচৰত ভুৱনেশ্বৰী মাতৃৰ আকাশলঙ্ঘা মন্দিৰ (স্বভাৱোক্তি)। ·তুমিনো কাক ফাকি দিয়া নাই? নন্দ-যশোদাক ফাকি দিলা, গোপ-গোপিনীক ফাকি দিলা, গোকুলক ফাকি দিলা, যমুনাক ফাকি দিলা, আৰু যে কতক ফাকি দি কন্দুৱালা কিমান লেখ দিম?' (পুনৰুক্তি)।

২২৬. ইফালে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া জাতিক উদ্বুদ্ধ আৰু চিৰ-জাগ্ৰতকৈ ৰাখিবলৈ যি ভাষাৰ গঢ় দিলে সি-য় অসমীয়া ভাষাৰ পুষ্টিত বিশিষ্ট অৰিহণা যোগালে। ৰায়চৌধুৰীৰ ভাষা 'তীব্ৰ-তেজালৰ উপৰিও সৈন্যৰ পদ বিক্ষেপৰ দৰে কঠিন, নিৰ্ভীক, আৰু অতি সঞ্চালনশীল। তেখেতৰ ভাষা প্ৰাণৰ, তেখেতৰ ভাষা স্পষ্টবাদীতাৰ আদৰ্শ।'' ৰায়চৌধুৰীৰ ভাষা তেওঁৰ উপলব্ধিৰ পোণপটীয়া প্ৰকাশৰ চানেকি। তেওঁৰ ভাষা বিশ্লেষণ কৰি চালে তলত উল্লেখ কৰা ধৰণৰ বৈশিষ্ট্যবোৰ দেখা যায়:

(ক) শব্দ-প্ৰয়োগৰ ক্ষেত্ৰত ৰায়চৌধুৰীৰ ভাষাত প্ৰথমে চকুত পৰে তেওঁৰ সংযুক্ত শব্দৰ ব্যৱহাৰৰ প্ৰাচুৰ্য। সাধাৰণতে পোৱা সংযুক্ত শব্দ কিছুমানৰ উপৰিও তেওঁ নিজৰ ধৰণেৰে অলেখ সংযুক্ত শব্দৰ সৃষ্টি কৰিছে। সেইবোৰৰ কিছুমান এনেকুৱা: সমাজ দেহ, শাসন-হেঁচা, বসতি-বৃক্ষ, বিশ্লেষণ-যন্ত্ৰ, স্বাস্থ্য-চেতনা, বুটলি-কোচাই, সজাই-গোছাই, কাম-হাতুৰী, শত্ৰু-কেঁটী, জয়-সৌৰভ, ঐক্য-বল, ৰণ-লো-তেজ-তৃণ-কৰলা, দেশ-মাতি-জাতি-ধৰ্ম-কৰ্ম-মৰ্ম-বৰ্ম, পাদী-পদ-প্ৰজা-মিত্ৰ-জনতা-সম্ভোগ-স্বত্ব, সাহিত্য-দৰ্শন-বুৰঞ্জী-কবিতা-গীত-উপন্যাস-ৰাজনীতি।

(খ) তৎসম শব্দৰ প্ৰাচুৰ্য ৰায়চৌধুৰীৰ ভাষাৰ আন এটা বিশেষত্ব। তৎসম শব্দ কিছুমান এনে ধৰণৰ: জ্ঞান, চৈতন্য, বিষাদ, মৃত, প্ৰচণ্ড, উদ্ধত, কণ্টকিত,

নিষ্প্ৰভ, সচেতন, উন্মিলিত, প্ৰস্ফুটিত, চেতনদীপ্ত, লোমহৰ্ষক, আত্ম-চেতনা, আত্ম-মৰ্যাদা, আত্ম-শ্ৰদ্ধা, আত্ম-বিশ্বাস, উদ্বেগ, ভংগৱতা,। অৰ্ধতৎসম শব্দৰ সংখ্যা তাকৰ ; যেনে, তিয়াগ। পূৰ্বৰ্ণি অসমীয়াৰ শব্দও মাজে মাজে পোৱা যায় ; যেনে, সন্নল তম্, তেৱা। ইংৰাজী, আৰবী পাৰছী আদি আৰু আন ভাষাৰ শব্দৰ ব্যৱহাৰো তেওঁ কৰিছে ; যেনে, আৱাজ, হুকুম, হাত্তা, মহুল, চুৰুত, শ্লোগান ইত্যাদি। এদিনে পাওঁ পাৰ্লিয়ামেণ্ট, এচেম্ব্লি, কাউন্সিল, কমিটি, লোকেলবোৰ্ড, মিউনিচিপালিটি, আৰু আনদিনে পাওঁ স্বায়ত্ত শাসন (Provincial Autonomy), শান্তিপূৰ্ণ (non-violent), বৈধ (legitimate), খোজ পোতা স্বাৰ্থ (vested interest), একজাতীয়তা (homogeneity)। বায়চৌধুৰীয়ে নিজাভাৱেও কিছুমান শব্দৰ সৃষ্টি কৰিছে ; যেনে, আলাহু (এলেহুৱা), প্ৰাখৰ্য, নেতা-নেত্ৰিনী, জৈবনিক (জীৱনসম্বন্ধীয়), বায়সিক (বয়স সম্বন্ধীয়)।

(গ) বায়চৌধুৰীৰ ভাষাত নামনি অসমৰ ভাষাৰ শব্দৰ ব্যৱহাৰ আন এটা মন কৰিবলগীয়া কথা। এই শব্দবোৰৰ প্ৰয়োগে তেওঁৰ ভাৱৰ গতি-ধাৰাত কিন্তু বাধাৰ সৃষ্টি নকৰি তাক তীব্ৰতৰহে কৰি তুলিছে। উপভাষাৰ শব্দ আৰু খণ্ড-বাক্য কিছুমানৰ নিদৰ্শন এইবোৰ ঃ লেতেলী, তেলাল (তেল থকা), কেন্দা (চেপেটা আৰু গুৰি হৈ যোৱা), খোৰা (খকুৱা), টলা-বোঁহা (টলা-জাজোবা), জিত কৰ্ (লাভ কৰ্), লক (অন্ত), খোপ দি (খোপনি পুতি), খুম (যোগ্যতা), পেক (বোকা), খেতেলা (খুন্দি চেপেটা কৰ্), ডাক দি (আহ্বান জনা), হেলান দি (আউজ্), হিঁহনি টান্ (কষ্টেৰে উশাহ ল), হান্ (খোঁচ) খা, বৈলা চুট্ (বলিয়াৰ নিচিনা হ)।

(ঘ) বিশেষণ শব্দৰ ব্যৱহাৰত বায়চৌধুৰীৰ ভাষাত নিজৰ ভঙ্গী পৰিলক্ষিত হয় ঃ জীৱন-তন্তুৰ আকাশলঙ্ঘী (চূড়া), সাগৰৰ তলিহীন (দ), ভুঁইফুটা (অধিকাৰী), টোপনিৰহীয়া (জাতি), আনন্দভাণ্ডী (ৰণ), ধাবাসাৰ (আক্ৰমণ), খুম-হেৰুৱা (ক্লীৱৰ), তীব্ৰ-তেজাল (প্ৰভুৰ), আচাভুৱা (জীৱ), কলুষক্লেদী (পিশাচ), শাৰুৱী (শেৱালী,) হেঙ্গুলী (হাত), গলাশী (ওঁঠ), সাঁজলী (কপাল), সুৰুলী (কেশ), লোতকুৰীয়া (খাল-পানী)।

(ঙ) সংস্কৃত শব্দৰ ব্যৱহাৰত সন্ধি-প্ৰৱণতা বায়চৌধুৰীৰ ভাষাৰ আন এটা দিশ ; যেনে, পদ্মাসন, গৰ্বাভিমান, আত্মাভিমান, শোকাভিভূত, সদ্যোজ্জ্বল, তেজোদীপ্ত, হৰ্ষোন্মাদী, মহাভিযান, আত্মানন্দ, মহদাহ্বান, একচ্ছত্ৰাধিপতি। যেতিয়াবা একেটা শব্দ এটাৰ আকৃতিত আন এটা শব্দৰ সৃষ্টিও তেওঁৰ ৰচনাত পোৱা যায় ; যেনে, ভতালি, ভুৰালি ; কিম্বা চুটিদি, চতালি ; থুৰাথুৰি, কিম্বা কাকিলাৰি ঃ তেওঁৰ ৰচনাত বিশেষত্ব আনিছে

শব্দৰ ব্যৱহাৰত পোৱা শব্দ কিছুমান এনেকুৱা : সকল, আছল ; অচল, সচল ; মধুৰ, কটুৰ ; চতুৰ, ফটুৰ ।

(চ) বাক্য-ৰচনাৰ ক্ষেত্ৰত দেখা যায় যে বায়চৌধুৰীয়ে বিভিন্ন ধৰণৰ বাক্য ব্যৱহাৰ কৰিছে। তলত সেইবোৰৰ কেইটামান উদাহৰণ দাঙি ধৰা হ'ল :

(১) সৰল আৰু বৰ্ণনাত্মক বাক্য : সকলো আছে। মানুহ এটা জ্ঞান চৈতন্যযুক্ত জীৱ।

(২) মিশ্ৰ বাক্য : (বায়চৌধুৰীৰ ৰচনাত মিশ্ৰ বাক্যৰ ব্যৱহাৰ বেছি) : এইদৰে যুগে যুগে আদান-প্ৰদানৰ কৰ্ম-স্থলীত যোগ-বিয়োগ, পূৰণ-হৰণৰ ভিতৰেদি সংস্কৃত হৈ হৈ শান্তি-শৃঙ্খলাৰ আনন্দৰ স্থায়িত্ব দি যি এটা সৌন্দৰ্যবোধৰ সমষ্টিগত সামাজিকতা গঢ়ি উঠিল, সেয়ে ঠাইডোখৰৰ লোক-সমষ্টিৰ সংস্কৃতি হ'ল।

(৩) সম্বোধনাৰ্থক বাক্য : হেৰ জড়তাপিষ্ট, চিন্তা-বুদ্ধি-তত্ত-বিবেচনাহীন, দুৰ্ভাগা, অদূৰদৰ্শী অসমীয়া।

(৪) প্ৰশ্নসূচক বাক্য : যি ভগদত্ত, নৰক, কৰ্ণ, বলি, ভাস্কৰ, বভ্ৰুবাহন, ঘটোৎকচ, তাম্ৰধ্বজ, গদাপাণি, লাচিত, নৰনাৰায়ণ, চিলাৰায়, জয়মতী, ৰাধিকা, বাণমৰাণ, বাণা-কল্মিণী, আদি বীৰ-সন্তান আৰু বীৰ-দুহিতাসকলৰ অপূৰ্ব বীৰত্ব-গাথাৱলীয়ে অসমৰ গাওঁ-ভূঁই পৰিপ্লাৱিত, সেই অসমীয়াৰ নাই কি ?

(৫) অনুজ্ঞাসূচক বাক্য : শুনা, শুনা মোৰ সন্তানসকল, প্ৰাণ দি, হিয়া দি শুনা।

(৬) ইচ্ছাসূচক বাক্য : দেশ আৰু জাতিৰ মঙ্গলৰ সলনি মোৰ জীৱন যেন লেশমাত্ৰও শকত-আৱত থুলন্তৰ হৈ নুঠে।

(৭) ক্ৰিয়াযুক্ত বাক্য : অসমীয়াৰ আজি আত্ম-বিস্মৃতি ঘটিছে।

(৮) ক্ৰিয়াবিহীন বাক্য : সেইসকলেই সমাজৰ নেতা।

(ছ) বায়চৌধুৰীৰ ভাষা বহুক্ষেত্ৰত অলঙ্কাৰযুক্ত হৈছে :

(১) মূৰ আছে, মগজু নাই ; মগজু আছে, বুদ্ধি নাই ; বুদ্ধি আছে, কিটিপ নাই ; জীৱন আছে, জেউতি নাই ; স্থিতি আছে, গতি নাই ; জিভা আছে, সুৰুচি নাই ; হৃদয় আছে, মহত্ত্ব নাই ; ...আকাৰৰূপী মানুহ আছে, আত্মাৰূপী আলোক নাই (বিশেষোক্তি)।

(২) নাই আত্ম-চেতনা, নাই আত্ম-বিশ্বাস, নাই আত্ম-শ্ৰদ্ধা, নাই আত্ম-মৰ্যাদা-জ্ঞান (একাৰ্থক পুনৰুক্তি)।

৯.২৭. 'সচেতনভাৱে গঢ়িলৈ আধুনিক অসমীয়া গদ্য-ৰীতি' সৃষ্টি কৰিবলৈ লোৱা প্ৰচেষ্টাসকলৰ ভিতৰত অধিক কৃতকাৰ্যতা লাভ কৰিলে সত্যনাথ বৰাই। 'সাৰথি'ক বৰাই "বিশিষ্ট আৰ্টৰূপে কৰ্ষণ কৰিবৰ বাবে যত্ন কৰিছিল। বেজবৰুৱা আৰু

জ্ঞানদায়ক প্ৰবন্ধ আৰু যেকনৰ দৰেই প্ৰৱাদ-বাক্যৰ তুল্য সূক্ষ্ম বাক্যই ‘সাৰথি’ক মূল্যবান সম্পদ কৰি তুলিলে। সততে নিভাঁজ অসমীয়া ভাষা লিখিবৰ প্ৰযত্নও বৰাৰ এটি কীৰ্তি” (মহেশ্বৰ নেওগ)। সত্যনাথ বৰাৰ ৰচনাৰ চানেকি অলপ তলত দিয়া হ’ল: “সংসাৰ বৰ একাচেকা ঠাই। ই এটা মুক্তৰ বেহ, ইয়াত সদায় দলদোপ-হেন্দোলদোপ লাগি আছে। ইয়াৰ ভিতৰত বাট, আওবাট, সৰু, সুকলা ভৰি আছে। তাৰ কোনোটোৱে গ’লে ক’ত ওলাব পাৰি ঠাৱৰাবলৈ টান। সেইদেখি সৰহভাগ মানুহে উৰাদিহ নাপাই সংসাৰ-সোঁতত গা এৰা দি উটি যায়, আৰু সোঁতে য’তে নি তোলে ত’তে উঠে। ··· সংসাৰখন কেৱল এটা জীৱৰ সোঁত। ···ইয়াত জীৱ-বিলাক জাকে জাকে, চামে চামে আহি আছে গৈ আছে; পশু-পক্ষী, গছ-লতা সকলো এচাম মৰিছে, এচাম ওলাইছে। ··· পুথিৰ বিদ্যা থুপাই থোৱা ধনৰ নিচিনা। প্ৰত্যেক পুথি একোজন মানুহৰ থুপাইথোৱা বিদ্যাৰ ভঁৰাল। ···পৰ্চনৰ পৰা দুবৈৰ মাণিক হাতলৈ পোৱা যায়। ···পুথিৰ প্ৰধান বিঘ্ন। ···চৰিত্ৰবান মানুহ পবিত্ৰ জলৰ নিচিনা। ···সোণৰ জেউতি অমান্য কৰিলে নকমে। নম্ৰতা সজ ব্যৱহাৰৰ অনুপান। ···মিঠা মাত ব্যৱহাৰৰ কলপ বা বহনৰ নিচিনা (সাৰথি)। শাহুৰ বিবেচনাত বোৱাৰী শিলৰ মানুহ। তাইৰ মনতো ভাগৰ নাই, গালিতো বেজাৰ নাই, পেটতো ভোক নাই। মাছে গচকা আঁজা খাবা, শাহুৱে গচকা বোৱাৰী বাবা। ··· আইটীয়ে কথা ক’লে নন্দন-কাননত বীণ বাজে, বোৱাৰীয়ে কথা ক’লে ভগা ঢোলত কোব মাৰে। ···আপোন ভালে জগত ভাল, শাহু ভালে বোৱাৰী ভাল। জীৱনৰ প্ৰতি মানুহৰ বৰ মৰম আৰু মৰণলৈ মানুহৰ বৰ ভয়। ···নতুন বছৰ কেৱল এটা মনৰ সংস্কাৰ। ··নতুন বছৰ এটি কল্পনা, কিন্তু এই কল্পনা চিৰকাল আছে আৰু চিৰকাল থাকিব (কেন্দ্ৰসভা)।

২২৮. এই যুগৰে অসমীয়া ভাষাৰ সুপ্ৰতিষ্ঠাত অবিহণা যোগোৱা আন এগৰাকী লোক পদ্মনাথ গোহাঞিবৰুৱাৰ (১৮৭১-১৯৪৬) নামো উল্লেখ কৰিবলগীয়া। গোহাঞিবৰুৱাই “অসমীয়া ভাষাত বিদেশীৰ ভাঁজ নপৰা এটি গঢ় দিবলৈ প্ৰচেষ্টা কৰিছিল আৰু তেওঁৰ ‘নীতি-শিক্ষা’ আদি পঢ়াশলীয়া পুথিৰে সেই বিষয়ে আনকো অনুপ্ৰেৰণা যোগাইছিল। তেওঁৰ জীৱনৰ লক্ষ্য আছিল অসমীয়া ভাষা আৰু সাহিত্য পৰিপুষ্ট কৰা, অসমীয়া সমাজক কিতাপ কিনি পঢ়িবলৈ শিকোৱা, ৰবঙণি সোমাই বাতৰি-কাকত পঢ়া অভ্যাস অৰ্জন কৰোৱা, আৰু লিখকক জকৰী কৰোৱা’। একাদিক্ৰমে ক-খ পুথিৰ পৰা আৰম্ভ কৰি নানা তৰহৰ স্কুলীয়া পুথি ৰচনা কৰি গোহাঞিবৰুৱাই ‘বঙালী সাহিত্যৰ চৈচোত কঁকাল ভাঙি পৰা অসমীয়া ভাষা আৰু সাহিত্যক জীপ দিয়ে’। গোহাঞিবৰুৱাৰ ৰচনাত তেওঁ ব্যৱহাৰ কৰা মুকলীয়া অসমীয়া

শব্দ কিছুমানৰ সৃষ্টি আৰু ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া। তলত সেইবোৰৰ কিছুমানৰ উল্লেখ কৰা হ'ল : অনতিপলমে, ইতিক্ষণত 'এনেতে', তদুত্তৰত, উদাহৰিতকৈ, ফলিতাৰ্থত 'প্ৰকৃতপক্ষে', স্বৰূপকৈ 'যথাৰ্থতে', শেহান্তত 'অৱশেষত', উপজিপুৰাতে, ইতিসময়ত 'সেই সময়ত', বাজে বাজে 'বাহিৰে বাহিৰে', জহকলীয়া বন্ধ summer vacation, মুখিয়াল সমজুৱা spokesman, হাতজোকাৰণি handshake, আগ-ভেটোৱা চিঠি forwarding letter, ভিতৰবিশ্বাসৰ পত্ৰ confidential letter, পিৰালি-পিৰালিয়ে লগা চুবুৰীয়া next door neighbour, ৰাইজীয়া মত public opinin, নৰিয়া-বিদায় sick leave, দৰ্শক-আজনি visitor's gallery, সৰ্বশ্ৰেষ্ঠ বৃদ্ধ সুজন grand old man, অভিমত-ছন্দুক bollot-box, পোণ-প্ৰথম বক্তৃতা maiden speech.

২২৯. এইদৰে বেজবৰুৱাৰ যুগত পূৰ্বৰ পৰম্পৰা ৰক্ষা কৰি, পাশ্চাত্য সভ্যতাৰে সৈতে সংযোগ ঘটাৰ ফলত সৃষ্টি হোৱা নতুন ভাৱৰ জগত তাল মিলাই, উজনী-ভাটি সকলো অঞ্চলকে সামৰি, প্ৰৱাদ-বচন, ফকৰা-যোজনা, জতুৱা ঠাচ, অলঙ্কাৰ, সকলোকে আকোৱালি লৈ বিবিধ ধৰণৰ ৰচনাৰ মাজেদি অসমীয়া ভাষাটো মান্ত অসমীয়া ভাষাৰূপে সুপ্ৰতিষ্ঠিত হৈ উঠিল।

## সপ্তম অধ্যায়

### আধুনিক অসমীয়া ঃ যুদ্ধোত্তৰ কাল (১৯৪০—)

২৩০. ১৯৪০ চনৰ পাছৰ পৰা অসমীয়া জাতীয় জীৱনলৈ পুনৰ নানা দুৰ্যোগ আৰু বিপৰ্যয় নামি আহিল। ১৯৩৯-৪৫ চনৰ দ্বিতীয় মহাযুদ্ধই পৃথিৱীজুৰি ধ্বংস-লীলাৰ সৃষ্টি কৰিলে আৰু লগতে ৰাজনৈতিক আৰু সামাজিক পৰিৱৰ্তন আনি দিলে। দ্বিতীয় মহাযুদ্ধৰ অসমলৈ বিভূতিৰ ফলত "শ্যামল অসম-ভূমিৰ গছ-বাঁহ কাটি সৈন্যৰ ছাউনী পতা হ'ল। সৰু নগৰকেইখন নিশা হ'লে গাৰ্ডৰ ভয়ে নিঃপ্ৰদীপ হৈ পৰিল, এণ্টিএয়াৰক্ৰাফ্‌ট্ চিলৈবোৰ ওপৰলৈ মু কৰি ৰ'ল। · আহিল আৰ্থিক দুৰৱস্থা, খাদ্য বস্তুৰ অভাৱ, মহাৰ্ঘতা, চোৰাং-বজাৰ। স্কুল, কলেজ, সাংস্কৃতিক অনুষ্ঠানবোৰ হ'ল সৈন্যাবাস। শিক্ষা-সংস্কৃতিতকৈ ডাঙৰ বস্তু হ'ল টকা আৰু প্ৰতিৰক্ষা-বিভাগৰ ঠিকা। এই সকলোবোৰে নৈতিক মূল্যবোধক ধ্বংসোন্মুখী কৰি তুলিলে। ১৯৪২ চনৰ স্বাধীনতা-আন্দোলনেও সাংস্কৃতিক জড়তা ভাঙিব নোৱাৰিলে" ( মহেশ্বৰ নেওগ )। জ্যোতিপ্ৰসাদৰ ভাষাত "কংগ্ৰেছ-আন্দোলন আৰু বিয়াল্লিছৰ বিপ্লৱে আৰু লগে লগে যুদ্ধৰ তল-ওপৰে অসমীয়া মানুহক সলাই পেলালে"। ১৯৪৭ চনত "ভাৰতৰ স্বাধীনতা আহিল, কিন্তু সুখ নাহিল। আহিল ভাৰত-বিভাজন, আহিল পাকিস্থানৰ পৰা হাজাৰ হাজাৰ উদ্বাস্তু, আৰু আহিল ঘোৰ অৰ্থনৈতিক কষ্ট"। ১৯৪৭ চনৰ শেষত আহিল গুৱাহাটী বিশ্ববিদ্যালয়, কলেজ আৰু স্কুলৰ সংখ্যা দ্ৰুত গতিৰে বাঢ়িল। গুৱাহাটীত ১৯৪৮ চনত অল ইণ্ডিয়া ৰেডিঅ'ৰ কেন্দ্ৰ স্থাপিত হ'ল। ১৯৬০ চনত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ স্থান দিয়া সম্পৰ্কত গঢ়ি উঠিল এক আন্দোলন। ১৯৭২ চনত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া ভাষা কৰা সম্পৰ্কতো অসম আন এটা আন্দোলনৰ সন্মুখীন হ'বলগীয়াত পৰিল। তাৰ মাজতে তেল-শোধনাগাৰ-স্থাপন সম্পৰ্কেও আন্দোলন হ'ল। অৱশেষত আহিল (১৯৭৯) অসমৰ পৰা বিদেশী বহিষ্কৰণৰ আন্দোলন।

২৩১. এই সকলোবোৰ দুৰ্যোগ আৰু সুযোগৰ মাজত বিশেষকৈ অসমীয়া ভাষা আৰু সাহিত্যই নতুন পথেৰে খোজ দিলে। সাহিত্যৰ ক্ষেত্ৰত বিশেষকৈ কবিতাই নতুন সাজ পিন্ধিলে। 'মুক্ত উন্মুক্ত বায়ু লগাকৈ মনৰ সকলো দুৱাৰ-খিড়িকী খুলি দিয়া সাম্প্ৰতিক কবিৰ ধৰ্মই হৈ পৰিল। "যুদ্ধৰ ঠিক পিছৰ পৰাই অসমীয়া উপন্যাসৰ যেন নৱজাগৰণ আহিল। ·· এতিয়া উপন্যাস সমাজমুখী হ'ল। সমাজৰ, [illegible] [illegible] জীৱনৰ নানা সমস্যাই ঔপন্যাসিকৰ চিত্ত ব্যাকুল কৰিলে

চুটিগল্পৰ ক্ষেত্ৰতো লোকসকলে "নতুন মানসিক দিগন্ত বিচাৰি বিশেষকৈ মনোবিকলন আৰু জীৱনৰ নগ্ন চিত্ৰৰ ওপৰত ভিৰ" দিলে। প্ৰবন্ধ, তত্ত্বমূলক আলোচনা, গৱেষণা আদিৰ ক্ষেত্ৰতো বহুখিনি আগ বঢ়া হ'ল। সাহিত্য-আলোচনাৰ ক্ষেত্ৰতো 'বিস্তৃতি' ঘটিল। সাহিত্যৰ দিশত হোৱা বিস্তৃতিৰ লগত জড়িত অসমীয়া ভাষাটোৰো পূৰ্ববৰ্ত্তী যুগৰ তুলনাত নানা ধৰণৰ পৰিৱৰ্তনে দেখা দিলে। ১৯৪০ চনৰ পাছৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিয়ে অসমীয়া লোকৰ মনত নতুন মূল্যবোধৰ সঞ্চাৰ কৰিলে আৰু সেইবোৰৰ প্ৰকাশৰ বাবে নতুন প্ৰকাশ-ভঙ্গীৰ উদ্ভৱ হ'ল। যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ মাজেদি প্ৰতিফলিত হোৱা অসমীয়া ভাষাটোত মনোভাৱক সংক্ষিপ্ত ৰূপত প্ৰকাশ কৰাৰ চেষ্টা পৰিলক্ষিত হ'ল। এই ক্ষেত্ৰত নতুন নতুন সংযুক্ত শব্দৰ প্ৰয়োগৰ বৃদ্ধিৰ কথা মন কৰিবলগীয়া। সংযুক্ত শব্দৰ কিছুমান এনে ধৰণৰ: অশনি-গৰ্ভ, আঙুৰ-ওঁঠ, আপেল-গাল, কলি-লগুন, কেঁচা-পোহৰ, কেঁচা-গাভৰু, কুৰি-ফাগুন, কুঁৱলী-সনা, কামনা-ৰঙীণ জতু-ভৱন, জুই-পোহৰ, জীৱন-ষষ্ঠী, ঝাউ-আম-নিম-বন, দেহ-গঙ্গা, দুমুখ-খোলা, তুহিন-স্পৰ্শ, ধোঁৱা-বাতিপুৱা, নিয়ন-আলোক, পানী-দাপোণ, ফুটছাই-বৰণ, বিহু-পথাৰ, বন-দেৱাই, মৃত্যু-শান্ত, মৃত্যু-মলিন, মৰম-মুকুতা, ৰামধেনু-ছেপ, ৰ'দালি-উম, সময়-দৈত্য, সাপ-চেঁচা, হিয়া-হাললী ইত্যাদি। বিশেষণাত্মক নতুন প্ৰয়োগ কিছুমানলৈও দেখা দিলে: আবেলি আবেলি (গোন্ধ), কাজলবুলীয়া (চকু), অশান্ত (কান্দোন), কোমল (পুৱা), চিনাকী (গোন্ধ), তেজ-ৰঙা (ব্লাউজ), তিৰ্যক (চকু), তামৰঙী (আকাশ), তীব্ৰ (মেঘ), দুৰন্ত (দুপৰ), পনীয়া (পোহৰ), পৰ্বতৰ টিং চুমা (চোঁ), পুবালি (বতাহ), তন্দ্ৰালু, বোবা (বেদনা), বন্ধ্যা (বাসনা), ভীতা (পৃথিৱী), বাবীন্দ্ৰিক (হাৰ্ড), কটিনীয়া (শ্ৰম), সৰীসৃপ (কামনা), সৰ্পিল, স্বপ্নিল, ফেনিল, স্বপ্নালু। ইংৰাজী বিশেষণ-শব্দকো অসমীয়া বিশেষণৰূপে ব্যৱহাৰ কৰা হ'ল: ব্ৰাউন চকু)। কিছুমান আলঙ্কাৰিক আৰু নতুন প্ৰয়োগো ঘটিল: এমুঠি হাঁহি, অশ্ৰুজল, (তেওঁৰ) অজান্তে, তোমাৰ আঙুলিৰ শিখা যেন ৰঙা, চকুৰ চেকুৰ, ৰাত্ৰিচৰ (পখী), ক্ৰন্ত ভৰিৰ (শব্দ), বিজুলিৰ জিলিক, মেঘৰ মোহনা, জাগৰ ৰাতি, ৰ'দৰ নিমজ আঙুলি ইত্যাদি।

২৬২. যুদ্ধোত্তৰ যুগত অসমৰ ভৌতিক আৰু বৌদ্ধিক দিশত হোৱা পৰিৱৰ্তনৰ ফলত অসমীয়াত দেশী-বিদেশী নানা শব্দৰ ব্যৱহাৰ হ'বলৈ আৰম্ভ কৰিলে। উদাহৰণ: কমৰেড, কাবাভাম, কেবল, ডাষ্টবিন, ভাচকেলিটেঞ্জ, ফাইল, বেহুইন, হাৰমন, টোটেম, অলিম্প্ৰা ভাৱোলেচ, ৰেস্তোৰাঁ, লেম্প-পোষ্ট, ফুট পাথ, আউট-স্পিকাৰ, লেফলেফ হাইবে, ৰেচন-কাৰ্ড, পে-স্কেল, ডোবাহা, জহৰা আৰ্মি, ৰিভাৰ্চ মুহাম্মদ

আৰু স্বাধীনতা-আন্দোলনৰ লগত জড়িত শব্দ কিছুমানো অসমীয়া ভাষালৈ এই সময়তে আমদানি হয়। উদাহৰণ : ট্ৰেন-ছুইলাৰ, ক্ৰেন, এৰোপ্লেন, টেঙ্ক, কন্‌ভয়, ট্ৰেঞ্চ, হেলমেট, বেৰেক, ছপ্লাই, স্পাই, এয়াৰষ্ট্ৰম, মিলিটেৰি, আৰ্মপুলিচ, ছাইৰেন, ছেলটাৰ, বেয়নেট, ৰাইফল, মেচিন-গান, জীপ, ট্ৰাক, কন্ট্ৰোল, ব্লেক-মাৰ্কেট, ভলন্টিয়াৰ, খদ্দৰ, গান্ধী-টুপী, স্বৰাজ, বন্দেমাতৰম, লালবাগো, ইনকিলাব, জিন্দাবাদ, এৰেষ্ট, জেল, ফায়াৰিঙ ইত্যাদি। ইপিনে নতুন ভাব-ধাৰা প্ৰকাশ কৰিবলৈ কিছুমান ইংৰাজী খণ্ড বাক্য বা শব্দৰ অসমীয়া অনুবাদৰূপেও ব্যৱহাৰ কৰাৰ প্ৰচেষ্টা চলিল, যেনে, বোধজ্ঞানহীন শিশু (mentally retarded children), বুদ্ধি-পৰীক্ষাৰ মাপ-কাঠি (intelligent test), শাব্দিক প্ৰতিৰূপ (verbal image), সমাধি-ফলক (এপিটাফ), মূল-আশ্ৰয়-বিন্দু (নিউক্লিয়াছ), স্বৰ্ণ-পদক (গোল্ড মেডেল), নলী নাদ (টিউব-ওৱেল)। নতুন মুখ্য আৰু সংযুক্ত ধাতু কিছুমানৰো সৃষ্টি হ'ল ; যেনে, ভাগ্, বনা, এডভাইজ কৰ্, ৰেবটেজ কৰ্, পেএল কৰ্, মাষ্টৰ কৰ্, জয়েন কৰ, টচ্‌ল দি, কেয়াৰ কৰ, তামিল কৰ, জান খা, চমজি দি, ইত্যাদি। নতুন তদ্ধিত প্ৰত্যয় আৰু পূৰ্বৰ তদ্ধিত প্ৰত্যয়ৰ সহায়ত নতুন শব্দ কিছুমানৰো সৃষ্টি হ'ল : বোমা-আৰু>বোমাৰু (বিমান) পইচা-ৱালা, ফুৰ্তি-বাজ আদি।

২৬৩. স্বাধীনতাৰ পাছত অসমীয়া ভাষাৰ চিন্তা-চৰ্চাৰ বৃদ্ধি, ভাষা-আইন, শিক্ষাৰ মাধ্যমৰ সলনি আদিয়ে পাৰিভাষিক শব্দৰ ব্যৱহাৰ অভাৱনীয়ৰূপে বঢ়াই তুলিলে আৰু তাৰ ফলত অসমীয়া ভাষালৈ প্ৰচুৰ পৰিমাণৰ তৎসম শব্দৰ আমদানি হ'ল। তলত কিছুমান এনে শব্দৰ উল্লেখ কৰা হ'ল : উপাযুক্ত, বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়, শিক্ষক, প্ৰবক্তা, অধিবক্তা, ন্যায়ালয়, ন্যায়াধীশ, অভিযক্তা, প্ৰপত্ৰ, কাৰ্যালয় অধ্যক্ষ, উপাধ্যক্ষ, কৰ্মচাৰী, বিধি, বিধেয়ক, বিধায়ক বৈধ, অধিগ্ৰহণ, পঞ্জীয়ন, পঞ্জীয়ক, মহাগাণনিক, তদৰ্থ, প্ৰশাসক, বিমান, বায়ু-সেনা, প্ৰাৰ্থী, নিযুক্তি, অনুমোদন স্নাতক, স্নাতকোত্তৰ, প্ৰেক্ষা-গৃহ, মীন-মহল, স্মাৰক (পত্ৰ), দণ্ডাধীশ, অধিকৰ্তা, উপভোগ, ৰোপন, মণ্ডল, বৰ্ষ, অৰ্হতা, নিলম্বন, যোগান, পৌৰ, নিগম, অধীক্ষক, নিয়ন্ত্ৰণ, সংগ্ৰহণ, পৰিবহন, সেৱা, সচিব, সচিবালয়, প্ৰতিলিপি, বিশ্ৰামাগাৰ, উদ্যান, নিবাস, আবাসিক, প্ৰতিবেদন, নবীকৰণ, ভৱিষ্য-নিধি, অধ্যাদেশ, সংগ্ৰহালয়, গ্ৰন্থাগাৰ, প্ৰশিক্ষণ, শ্ৰম-শক্তি, হস্ত-শিল্প, ৰাজ্যপাল, উদ্যোগ, ৰাজ-পত্ৰ, ভোজন কক্ষ ইত্যাদি। ইপিনে অসমীয়া কবি-সাহিত্যিকসকলেও তৎসম শব্দৰ ব্যৱহাৰ বঢ়াই তুলিলে। যুদ্ধোত্তৰ যুগৰ অসমীয়া কবিতাত এনে শব্দৰ প্ৰাচুৰ্য চকুত লগা ধৰণৰ হৈ উঠিল। তাৰে কেইটামানৰ কিছুমান উল্লেখ কৰা হ'ল : অশ্রু, অজস্ৰ, অনাবিল, অচল, অটল, অদিব, [illegible], [illegible], [illegible], কুটিল, [illegible], [illegible], [illegible], বিবৰ, [illegible], [illegible], [illegible]

প্ৰমত্তা, প্ৰৌঢ়া, প্ৰাণময়, বন্ধ্যা, বিহ্বল, বিনিদ্ৰ, বিদীৰ্ণ, বিমৰ্ষ, বিক্ষিপ্ত, বিমৰ্ষ, বিভীষিকা, বিস্ফোৰণ, ভগ্ন, ভ্ৰুকুটি, মূঢ়, মুখৰিত, মোহময়, শ্ৰান্ত, সন্ধ্যা, স্ফীতোদৰা, সদ্যোমৃত, স্বামূ ইত্যাদি। কিছুমান কৱিৰ কৱিতাত তৎসম শব্দৰ প্ৰাচুৰ্যৰ চানেকি-ৰূপে তলত দুটা কৱিতাৰ কেইশাৰীমানৰ উদ্ধৃতি দিয়া হ'ল।

(ক) "কোনো এক মৃত্যুস্নাত আশ্চৰ্য ৰাত্ৰিৰ
নীৰৱ নিথৰ মগ্ন ধৰিত্ৰীৰ
কুমাৰী কামনা তুমি—হে স্বপ্নসম্ভৱা
কদ্ধ দ্বাৰ প্ৰভাতৰ
মোৰ চেতনাত ..
ধূলি আৰু ঢেউ আৰু দিশহাৰা অন্ধ বিস্মৃতিৰ
আনা উন্মাদনা"—( হোমেন বৰগোহাঞি : অৰণ্য )

(খ) "নিৰিষ্ট অন্ধকাৰৰ গৰ্ভৰ পৰা
আৱিৰ্ভূত ৰক্তিম প্ৰভাতে
চতুৰ্দিকে বিস্তৃত সূৰ্যৰ স্ৰোতৰ পৰা
প্ৰাচীন অগ্নি আহৰণ কৰি
নিলগত নীলিম বৃক্ষৰ
ৰূপময় স্নিগ্ধ অৰণ্যৰ গঢ়ি তোলে"—( দিনেশ গোস্বামী : উত্তৰৰ ৰতাহ )

২৩৪. আনহাতে উপন্যাস-লেখক আৰু চুটী-গল্প-লেখকসকলে পৰ্যাপ্তৰূপে ইংৰাজী আৰু আন বিদেশী ভাষাৰ শব্দ ব্যৱহাৰ কৰিবলৈ ল'লে। এনে শব্দ কিছুমানৰ তালিকা তলত দিয়া হ'ল : অপাৰেছন, অফ, আণ্ডাৰপেণ্ট, এয়াৰবেগ, ইঞ্জিনিয়াৰ, এথলেটিক্‌ছ, এলাৰ্জি এজমা, ক্লাছ, কমপ্লেক্স, কৰিডৰ, ক্ৰছিং, ক্ৰিকেট, কেৰম, গ্ৰাজ, গেলন, চেঞ্জ, ছেকছন, চিট, ছাইডিং, ছোফা, ছেণ্ডেল, ছেভিং-ছেট, ছুট, ছিগনেল, টিম, ট্ৰেইন, ট্ৰাঙ্ক, টিউব-লাইট, ডিস্টেন্ট, ডিপ্ৰেছন, টৰ্চ, টেবুল-লাইট, ট্ৰেঞ্জিষ্টৰ, ট্ৰেঙ্কু-লাইজাৰ টেবলেট, টেনছ'জাইন, ডিছকাছ থ্ৰো, প্লেটফৰ্ম, পুলভাৰ, প্লেন, পেকেট, পেইণ্ট, পিল, পাইপ, ফেডআপ, ফ্ৰিজ, ভিকটিম, মেকআপ, লুপহ'ল, স্লিপিংছুট, হেড, হৃষ্টপুষ্ট, হাফহাট, হাফপেণ্ট, হৰলিক্স ; দেৰী, হাল্লা, ঝামেলা, ধাক্কা, কৰ্জি। কোনো কোনো লোকে আৱশ্যকতা অনুসৰি বিদেশী শব্দৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু কোনো কোনো লোকে আৱশ্যকতান থকা ঠাইতো বিদেশী শব্দৰ অবাধ প্ৰয়োগ কৰিবলৈ ল'লে। তলত সেইবোৰৰ চানেকি দিয়া হ'ল :

(ক) আমাৰ মেহটো অৰ্থান হৈছে।' তাৰ ঠাইত পিন্ধি হৈ আছে [illegible] [illegible] আৰ—হিহি [illegible]। ক্ৰিসমাছ পৰ্ব্বী [illegible]।' [illegible] [illegible], [illegible] [illegible] [illegible]

পোণে পোণে গাড়ী, বাৰাণ্ডা, তাতে লাইটৰ তলত এজনী পাতক হোৱালী থিয় হৈ আছে—তেওঁৰ পাছফালে সুসজ্জিত ড্ৰইং-ৰুমৰ দামী আছবাব টিউব-লাইটৰ তলত জিলিকি থকা খিৰিকীয়েদি ধৰিব পাৰি”।—(যোগেশ দাস : গদাধৰ টি-ষ্টল)।

(খ) “অতৰোৰ ডেকা বেজেলাৰ মানুহ আছে। মোকনো কেমিলি থকা বুলি জানিও এই ৰাতি দুই বজাত ডিউটি দিব লাগে নে? টোপনিয়েই গৈছিলোঁ। এলাৰ্ম-ক্লকটোও বেয়া হৈছে। ৰাইফক জগাই দিবলৈ কৈছিলোঁ। ৰাইফেও দুই বজাৰ দহ মিনিট পিছতহে সাৰ পালে”। (সৌৰভকুমাৰ চলিহা : গৰখীয়া)

(গ) “ক্লাছটোৰ দহ-মিনিট ৰোলকলত খৰচ কৰি সুৰীৰে বিশ মিনিট সময় লেকচাৰ দি বাকী পোন্ধৰ-মিনিট সময় নোট দিয়ে।” (নীলিমা শৰ্মা : ৰঙৰৰ ৰং)

(ঘ) “নিয়মমতে দহ-দিন আগেয়ে সিইতে নোটিছ দিব। ইতিমধ্যে হেড-অফিছৰ পৰা দাবী আহিছে। ‘ডেইলীপেইড’ শ্ৰমিকৰ ‘কেজুৱেল’বোৰক আঁতৰাব লাগে—তাৰ পাছতহে আহিব ‘ৰেগুলাৰ’ আৰু শেহত ‘মানথলি’। বৰ সাহেবে ইঞ্জিনিয়াৰ ইনচাৰ্জে এই নোটিছ ‘পুটআপ’ কৰিব লাগিব।” (মামনি ৰয়চম গোস্বামী : মামৰে ধৰা তৰোৱাল)

২৩৫. আৱশ্যক অনুযায়ী বিদেশী শব্দ ব্যৱহাৰ কৰি বিদেশী শব্দকো নিজৰ ভাষাৰ বৈশিষ্ট্যৰে সৈতে লীন নিয়াই ব্যৱহাৰ কৰিব পাৰিলেহে ভাষা এটাৰ সৌষ্ঠৱ বৃদ্ধি পায়। যুদ্ধোত্তৰ যুগৰ মুষ্টিমেয় প্ৰতিভাৱান লোকৰ ৰচনাত এনে লীন যোৱা অসমীয়া ভাষাৰ ব্যৱহাৰ নোহোৱাকৈ থকা নাই। তলত তাৰ এটা চানেকি দিয়া হ’ল : “এনেকুৱা এটা অস্বস্তিকৰ অসহ্য গৰম উঠিছিল যে নিজকে জীয়াই জীয়াই ভাপত সিদ্ধ হোৱা যেন লাগিছিল। ঘামত গোটেই দেহ লুটুৰি-পুটুৰী হৈ পৰিছিল। সেই সময়ত বিজুলী-পাখাৰ বতাহ লৈ বিছনাত দীঘল দি এঘুমটি শোৱাতকৈ বেছি ভাল লগা কাম আন একোৱেই নিশ্চয় হ’ব নোৱাৰিলে হেঁতেন। কিন্তু সেই প্ৰলোভন উপেক্ষা কৰি মই কিবা হিংস্ৰ জেদত নিছাগ্ৰস্ত হৈ ঘণ্টাৰ পিছত ঘণ্টা ধৰি লিখিয়েই থাকিবলৈ ধৰিলোঁ। এবাৰ হঠাৎ এজাক বতাহে খিৰিকীৰ পৰ্দাখন ঠেলি দিলে। খিৰিকীৰ পৰ্দাৰ ফাঁকেৰে চকিত এক মুহূৰ্তৰ কাৰণে দেখা পালোঁ, গ্ৰীষ্মৰ এটা মধিৰ আৰু মন্থৰ আবেলি লাহে লাহে পৃথিৱীলৈ নামি আহিছে, গছ-বননিবোৰৰ ওপৰত আবেলিৰ সোণালী ৰ’দৰ এটা অপৰূপ আভা লাগিছে, তেনেকৈ সেউজীয়া পাহাৰটোৰ আলপ ওপৰেদি কেইটামান চৰায়ে শেষ-সূৰ্যৰ সোণালী পোহৰবোৰ ঠোঁটেকাত সানি লৈ পশ্চিমফালে উৰি গৈছে। বাহিৰৰ বতাহে কোনোবা দুৰ্গম-পথাৱৰ্তনৰ কুলনাত মোৰ লিখা-পঢ়া কৰা আন্ধাৰ, অপৰিচ্ছন্ন, আৰু আৱদ্ধ কোঠাটো কাটেকৰ নিৰ্জন যেন এটা কেনেবা অনুভৱ হ’ল”। (হোমেন বৰগোহাঞি : সাহিত্য আৰু জীৱন)।

২৩৬. এখন সমাজক বুজিবলৈ হ'লে "আমি বুজিব লাগিব সেই সমাজৰ মানসিক জগতখনৰ ৰূপটোক। এই ৰূপটো আমি দেখিম সেই সমাজৰ সংস্কৃতিৰ মাজত, সেই সমাজৰ স্বীকৃত লব্ধপ্ৰতিষ্ঠ সংস্কৃতিসেবীসকলৰ চিন্তাত, ৰুচি-বোধত, ভাষা-জ্ঞানত, নৈতিক সাহসত, তেওঁলোকৰ সৃষ্টিৰ মাজত"। (ভবেন বৰুৱা)। ভাষা-জ্ঞানৰ পৰিচয় গদ্য-ৰচনাৰ মাজেদিহে ভালদৰে বুজা যায়। "উৎকৃষ্ট গদ্য-ৰচনা অতিশয় পৰিশ্ৰমসাপেক্ষ কাম। দীৰ্ঘদিনৰ অনুশীলন ব্যতিৰেকে কোনেও ভাল গদ্য লিখিব নোৱাৰে। আনহাতে এটা উৎকৃষ্ট গদ্য-শৈলীয়েই এখন সমাজৰ মানসিক উন্নতিৰ মাপ-কাঠি বুলি ক'ব পাৰি। যোৱা তিনিশ বছৰৰ অভূতপূৰ্ব বৈজ্ঞানিক সাধনৰ ফলস্বৰূপে আমি বিশ্ব-জগত সম্পৰ্কে যি বিপুল পৰিমাণৰ জ্ঞান অৰ্জন কৰিছোঁ, সেই জ্ঞান সমাজৰ প্ৰতিজন মানুহৰ মাজত বিতৰণ কৰি দিবলৈ এটা সৰল, যুক্তি-ধৰ্মী, আৰু সঠিক অৰ্থপ্ৰকাশক গদ্য ৰীতিৰ প্ৰয়োজন। ·· আদৰ্শ গদ্য-ৰীতি হোৱা উচিত এখন সুনিৰ্মিত পকী বেৰৰ নিচিনা। ঘৰৰ এখন বেৰত যেনেকৈ এচটা ইটা বেছি বা কম হ'বৰ উপায় নাই বা এঠাইৰ পৰা আন ঠাইলৈ লৰচৰ হ'বৰ উপায় নাই, সুলিখিত গদ্যতো তেনেকৈ এটা শব্দ কম বা ভুলভাৱে স্থাপিত হ'বৰ কোনো উপায় নাই"। (হোমেন বৰগোহাঞি)।

২৩৭. যুদ্ধোত্তৰ যুগত অসমীয়া বাতৰি কাকত, আলোচনী আৰু কিতাপ-পত্ৰ যথেষ্টৰূপে ওলাবলৈ ধৰিলে। লেখক-লেখিকাৰ সংখ্যাও যথেষ্ট বাঢ়িল। অসমীয়া ভাষাই বিস্তৃত ঠাই অধিকাৰ কৰিলে। কিন্তু অসমীয়া ভাষাৰ ঐতিহ্য আৰু অসমীয়া ভাষাৰ সামগ্ৰিক ৰূপটোৰ প্ৰকৃত পৰিচয়ৰ অভাৱত পূৰ্ববৰ্তী বেজবৰুৱা-যুগত মান্য অসমীয়া ভাষাটোৱে যি গঢ় লৈ উঠিছিল তাৰ পৰিপুষ্টিত বিশেষ ৰবগুণি হৈ নুঠিল। বেজবৰুৱা-যুগৰ আগলৈকে সমগ্ৰ অসম দেশকে সামৰি লোৱা অসমীয়া ভাষাৰ প্ৰধান প্ৰৱাহ দুটাই সাহিত্যৰ মাজেদি প্ৰকাশিত হৈ অৰুণোদয়-যুগলৈকে অসমবাসীক এক ভাৱাপন্ন কৰিবলৈ সমৰ্থ হৈছিল। অৰুণোদয়-যুগৰ পাছত অসমৰ পশ্চিম-অঞ্চলৰ ভাষাটোৱে প্ৰতিনিধিত্ব কৰা প্ৰৱাহটোৰ শক্তি যেন ক্ষীণ হৈ আহিবলৈ ধৰিলে। সেয়েহে কোনোবা গ. চ ইয়ে 'আসাম-বন্ধু'ৰ নৱম সংখ্যাত প্ৰকাশিত 'কামৰূপীৰ পত্ৰ' নামৰ এটি লেখত এনেদৰে মনোভাৱ ব্যক্ত কৰিছিল: কাকা; খজ নকৰিবি। কাকাহে বুল্যো। তুহনা অসমীয়া। হুওঁতে আমাৰ কামৰূপ একহনি সকলোদিকি ডাঙৰ আছিল। আমাৰ নাম ভাৰতৰ চাৰিও দিশি আছিল। তুহনাৰ ৰঙপুৰ, গড়গাওঁ, আম্বাৰেই আছিল। এখান যেনুবা আমাৰ নাও বুৰুবা ধৰছি। ···কাকা!, আম্রাৰ হইও দুখ্যাস্যাৰ একাসাৰ কথা কৰি। নকাহ্‌ যেখান লোৰে দুৰুক"। বেজবৰুৱাই এনে পৰিস্থিতিৰ পৰিণামৰ কথা বুজিব পাৰি, আৰু

বিভিন্ন অঞ্চলৰ ভাষাৰ পৰা সমল গোটাই এটা পৰিপুষ্ট মান্য ভাষাৰ প্ৰতিষ্ঠাৰ বাবে যত্ন কৰিলে। যুদ্ধোত্তৰ যুগত অসমীয়া লেখক-লেখিকাসকলে প্ৰচুৰ পৰিমাণে বিদেশী শব্দহে ব্যৱহাৰ কৰিবলৈ ল'লে। কিন্তু অসমৰে বিভিন্ন অঞ্চলৰ উপভাষা আৰু অসমৰ থলুৱা জনজাতীয় ভাষাবোৰৰ পৰা সমল লোৱাৰ পৰিচয় তেনেদৰে পোৱা নগ'ল। দুই-এজনে অৱশ্যে মাজে-সময়ে উপভাষাৰ সমলৰ সহায়ত গল্প আদি ৰচনা কৰাও দেখা গৈছে। এই ক্ষেত্ৰত সম্পূৰ্ণ উপভাষাত ৰচনা কৰা সৌৰভকুমাৰ চলিহাৰ 'হাঁহিচম্পা' নামৰ গল্পটোৰ কথা মনলৈ আহে। 'হাঁহিচম্পা'ৰ কেইটামান শাৰী এনে ধৰণৰ ঃ "এনুকে এনুকে হাঁহিচম্পা পচাশালিক যাবা পাবা হল। আমাৰ দুই বুঢ়ীৰ এডাল এডাল্‌কে চুলি বগা হবা ধইৰলাক; দুটা-এটা দাঁত ডিলা হবা ধইৰলাক, গাৰ ছাল সোতৰালোতৰি হবা ধইৰলাক। মাজে মাজে মোৰ মুৰটো বিহাই আৰু ইপিনি হাঁহিচম্পাৰ হাত-ভৰি পুৰ হৈ আইহবা ধইৰলাক, চকুইমুখে আগীৰ পড় লবা ধইৰলাক, গামুছা পিন্ধ্‌বা এইৰলাক, গামছাগিলান চিলাই তাৰে সৰু সৰু মেখ্‌লা কইৰবা লাগাত পৰিল। তদা গায়ে আৰ নাথ্‌কে, বেলাউজ দিবা লাগা হ'ল"।

২৩৮. কোনো এটা ৰচনাক সম্পূৰ্ণৰূপে উপভাষাত ৰচনা কৰাতকৈ বিদেশী শব্দবোৰ যিদৰে আৱশ্যক অনুযায়ী ব্যৱহাৰ কৰা হয়, অসমৰ স্থানীয় উপভাষাবোৰৰ আৰু থলুৱা জনজাতীয় ভাষাবোৰৰ পৰাও উপযুক্ত শব্দ বা জতুৱা ঠাচ আদি ব্যৱহাৰ কৰি অসমীয়া ভাষাটোক পৰিপুষ্ট কৰিব পাৰি। এই ক্ষেত্ৰতো দুই-এটা ভাল প্ৰচেষ্টা হোৱা দেখা গৈছে। তলত তাৰ অলপ নমুনা দাঙি ধৰা হ'ল, 'দাঁতাল হাতীৰ উঁয়ে খোৱা হাওদা'ৰ পৰা ঃ

"সিইতৰ কাষে কাষে দীঘল ঠোঁটৰ হাড়গিলাজাক ঘূৰি ফুৰিছে।"

"সৌটো গৰুৰ গাড়ী পাৰ হোৱা লিক।"

"মাইছানাইত, তইত এটা এটাকৈ পাৰত উঠ।"

"পেটত ডিমা থকা কুণ্ডী (ক'পৌ) চৰাইৰ দৰে ভলবল ভলবল কৰে।"

"ইন্দ্ৰনাথে ভাঠি-খোলা হাতীৰ আটাহ শুনা যেন পালে।"

"মই ৰব দিছোঁ বাপু।"

"বামুণে কুৰ্মা খাবলৈ আহি একেবাৰে ধুঁতি পুতিয়েই বহিছে ঃ

"মাই ক'তো একো সাৰি-শব্দ নাই।"

"কমিটিৰ হ'কলাত ডুটায়ো কাথিৰ কাঠৰ বেকিত বহি বিড়ি হুপি আছিল

"মইলে তাক চটকি খেকেখেলীয়া কৰি পেলাইল হৈতেন।"

২৩৯. অসমীয়া ভাষাটোৰ, অসমীয়া কাব্য-ভাষাটোৰ প্ৰকৃত স্বৰূপ, ইয়াৰ গঠন-

পদ্ধতি আদিৰ বিষয়ে সম্যক দৃষ্টি নৰখাকৈয়ে সাহিত্য-ৰচনাত প্ৰবৃত্ত হোৱাৰ ফলত যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাত একপ্ৰকাৰ অনুশাসনহীনতাই দেখা দিলে, অনেক অশুদ্ধ প্ৰয়োগ চলিবলৈ ধৰিলে। তলত সেইবোৰৰ কিছুমান উল্লেখ কৰা হ'ল: খোৱাঁৰ মাজেৰে, স্বপ্নৰে ( উতলা ), 'সাৰ নাপায়নে বাৰু সিইত ?' 'সাৰ নাপায়নে শুই থকা মানুহবোৰ ?' জগন্নাথে চহৰলৈ যাবলৈ ওলাইছিল। মূৰত আকাশ ভাঙি পৰিল। মহানন্দক দীঘলীয়া চিকিৎসা কৰা আৱশ্যক। ধৰমুণ এৰিব ধৰিছে। ইমান সোনকালে দমি গ'লে কেনেকৈ হ'ব ? শিলাছৰ কিনাৰটো। হাউছকিপাৰৰ অফিছটো। এটা বাছষ্টপেজত আমি ৰ'লোঁ। ঠগি দিবৰ মন যায়। কিবা এটা অন্যায় কৰি দিবৰ মন যায়। ঘূৰ্ণ্যমান ফেনখন। ফেন সত্ত্বেও। চাবিটি ঘৰ্মাক্ত কলেবৰ প্ৰাণী। তাৰ স্পৰ্শৰ পৰা বাদ পৰি থাকিব নোৱাৰিলে। কোঠাবিলাকত শব্দ-বিলাকে খুন্দা খায় ইত্যাদি। কিছুমান শব্দ গঠন পদ্ধতিৰ দৃষ্টিৰে ভুল যদিও কাগজে-পত্ৰই আনকি খ্যাত লেখক কিছুমানৰ ৰচনাতো সেইবোৰ চলি আছে, যেনে, তাৰোপৰি, শুপৰোক্ত, উল্লেখিত, নোৱাৰা ( কাম ), ওতঃপ্ৰোত আদি। কিছুমান শব্দ মূলগতভাৱে অশুদ্ধ হোৱা সত্ত্বেও সেইবোৰ বহুতেই ব্যৱহাৰ কৰে; যেনে, মহত্ব, সত্ত্বেও, নামাকৰণ, উনৈশ আদি। বহুতো ক্ষেত্ৰত অসমীয়া শব্দ থকা সত্ত্বেও আন ভাষাৰ শব্দ ব্যৱহাৰ কৰা দেখা যায়; যেনে, 'তেতিয়াৰ কালৰ', 'স্বৰ্গীয়' আদি শব্দৰ ঠাইত ব্যৱহাৰ কৰা হয় 'তদানীন্তন', 'প্ৰয়াত' আদি। প্ৰতি শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰতো অসমীয়া ভাষা আৰু সংস্কৃত ভাষাৰ সাধাৰণ জ্ঞানৰ অভাৱ বহুতো ক্ষেত্ৰত পৰিলক্ষিত হয়; যেনে, 'গেষ্টহাউছ'ৰ প্ৰতিশব্দ কৰা হৈছে 'অতিথি-গৃহ'। তাতকৈ 'অতিথি-শালা'টো বেছি ভাল, তাতোকৈ থকৰা অসমীয়া শব্দ 'আলহী ঘৰ' বুলা হৈছেন একো বেয়া নহ'ল হৈছেন। তেনেদৰে 'ফাইনেল ইয়াৰ'ৰ প্ৰতিশব্দ 'শেহাত্ত বৰ্ষৰূপে দেখা গৈছে। 'শেষ-বৰ্ষ' বুলি ক'লেই কাম চলিল হৈছেন। এনে ধৰণৰ আৰু অনেক প্ৰয়োগৰ উল্লেখ কৰিব পাৰি। এই সংক্ৰান্ত অসমীয়া শিক্ষিত লোকসকলে অযথাভাৱে ইংৰাজী শব্দৰ ব্যৱহাৰ কৰাও দেখা যায়; যেনে, 'আজি বতৰটো ভাল নহয়', 'আজি বৰষুণ হ'ব' আদি সাধাৰণ বাক্যক 'আজি ওৱেডাৰটো ভাল নহয়', 'আজি ৰেইন হ'ব', 'সেইটো বাইলো' এনেধৰণে কোৱা লোকো আছে।

২৪০. আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হৈছে অসমীয়াত ব্যৱহাৰ হোৱা শব্দবোৰৰ লেখন-পদ্ধতিত হোৱা বিশৃংখলা। এটা উন্নত ভাষাৰ লেখন-পদ্ধতিৰ শৃংখলাবিহীনতা ভাষাটোৰ বিকাশৰ এটা প্ৰধান অন্তৰায়। এই ক্ষেত্ৰত আলোচনা বিলোচনা যথেষ্ট হৈছে, আলোচনা-চক্ৰ পতা হৈছে, কেইবাটাও নিয়মৰ আৰ্হিও প্ৰকাশ কৰা হৈছে।

কিন্তু নাজানো তাৰাটোৰ সামগ্ৰিক ৰূপ আৰু পৰম্পৰাৰ প্ৰতি উদাসীন হৈ নিজৰ নিজৰ ধৰণে বানান-পদ্ধতি উলিয়াই ভাষাটোৰ লেখন-পদ্ধতিৰ শৃঙ্খলা-স্থাপনত বাধাৰ সৃষ্টি কৰিছে। লেখন-পদ্ধতিৰ লগত উৰ্দ্ধ ক'মা আৰু যোগ-ৰেখাৰ ব্যৱহাৰো জড়িত হৈ আছে। দীৰ্ঘ মনোভাৱক চুটিকৈ প্ৰকাশ কৰাৰ প্ৰচেষ্টা চলাৰ সময়ত যোগ-ৰেখাৰ সুপ্ৰয়োগ হোৱাটো নিতান্ত বাঞ্ছনীয়। অসমীয়া ভাষাৰ লেখন-পদ্ধতিৰ শৃঙ্খলাত লেখকসকলৰ উপৰিও বিশেষকৈ বাতৰি-কাকত, আলোচনী আদিৰ সম্পাদক আৰু শুভিধৰ্বোতাসকলে যথেষ্ট বৰঙণি আগ বঢ়াব পাৰে। কিন্তু তেনে পৰিৱেশ এটাৰ সৃষ্টি হোৱা নাই। "আমি প্ৰত্যেকেই একো একোজন অৰ্জুন। কিন্তু আমাৰ কাৰণে কোনো শ্ৰীকৃষ্ণ নাই। শ্ৰীকৃষ্ণৰ কেৱল মুখৰ কথাতে অৰ্জুন সন্তুষ্ট হোৱা নাছিল। অৰ্জুনক পতিয়ন নিয়াবলৈ শ্ৰীকৃষ্ণই দেখুৱাব লগা হৈছিল তেওঁৰ বিশ্বৰূপ। আমি অন্তহীন যন্ত্ৰণাময় প্ৰতীক্ষাত আছোঁ আমাৰ প্ৰত্যেকৰে নিজৰ নিজৰ শ্ৰীকৃষ্ণৰ, তেওঁৰ সৰ্বপ্ৰশ্নভঞ্জনকাৰী বিশ্বৰূপ-দৰ্শনৰ। কিন্তু সেই মুহূৰ্ত নাহে হে নাহে।" আমাৰ এই শ্ৰীকৃষ্ণ হ'ব যুক্তিৰূপী শ্ৰীকৃষ্ণ। আমাৰ সাহিত্যিকসকলে, অসমীয়া ভাষাৰ চিন্তা চৰ্চা কৰাসকলে যুক্তিক আশ্ৰয় কৰি আগ বাঢ়িলে অসমীয়া ভাষাৰ বৰ্তমান সময়ত দেখা দিয়া আসোঁৱাহবোৰ শীঘ্ৰে আঁতৰি যাব বুলি বিশ্বাস কৰিব পাৰি।

২৪১. এইখিনিতে লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ভাষাৰ উন্নতিকল্পে দ'বলগীয়া উপায় কেতবোৰৰ কথা মনত পেলাব পাৰি। বেজবৰুৱাই লেখিছিল ঃ

(ক) ভাৱৰ উন্নতি নকৰিলে ভাষাৰ উন্নতি কেনেকৈ হ'ব পাৰে? ধানৰ লগে লগে উঁৱালৰ উন্নতি, ভাৱৰ লগে লগে ভাষাৰ উন্নতি।

(খ) বিদেশী গ্ৰন্থৰ ভাল ভাৱবিলাক গ্ৰহণ কৰি সেইবিলাক জীণ নিয়াই নিজৰ তেজ-মঙহেৰে সৈতে মিলাই নিজৰ ভাষাত সেইবিলাক ব্যৱহাৰ কৰিব পাৰিলেহে ভাষাৰ প্ৰকৃত উন্নতি হয়।

(গ) অনাহকতে গোটাগোটে বিদেশী শব্দ গিলিবলৈ যোৱা কথাটো ভাল নহয়। যি বস্তুটো গিলি তুমি জীণ নিয়াব নোৱাৰা সেইটো গিলিলে তুমিয়েই বিপদত পৰিবা।

(ঘ) আমি শাইপতি আমাৰ গাত মাতৃ-ভাষাৰ উন্নতি কৰিবৰ ভাৰ পৰিছে বুলি ভবা আৱশ্যক।

(ঙ) আমি মাতৃ-ভাষাৰ উন্নতি কৰিবলৈ দ'চাসচিকৈ লাগো বুলি লবা লাই। আমি দৃঢ়তাৰে কওঁ, কাৰ্যত নকৰোঁ যা কৰিবলৈ হেলা কৰোঁ।

(চ) অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ হ'লে আমাৰ ভাষাত বাতৰি-কাকতৰ আৰু সাকৰা প্ৰবন্ধেৰে পূৰ্ণ মাহেকীয়া আলোচনী-কাকতৰ বহুল প্ৰচাৰ আৱশ্যক।

(ছ) সৰ্ব-সাধাৰণে বুজিব পৰা আৰু বস পোৱা নাটক, নভেল, আৰু আন কিতাপে ভাষাৰ বৰ উন্নতি কৰে।

(জ) অসমীয়া ভাষাত বক্তৃতা কৰিবলৈকো আমাৰ ভাষাৰ বন্ধুসকলে অভ্যাস কৰিব লাগে। অসমীয়া ভাষাত ভাল বক্তৃতা কৰিবলৈ, প্ৰবন্ধ লেখিবলৈ, পঢ়িবলৈ আৰু তৰ্ক কৰিবলৈ আমি নধৰিলে আমি আমাৰ ভাষাৰ উন্নতি কৰোঁ বুলি চিঞৰা মিছা।

২৪২. এই প্ৰসঙ্গতে ডক্টৰ মহেন্দ্ৰ বৰাই উল্লেখ কৰা কথা কেইটামানো যথেষ্ট গুৰুত্বপূৰ্ণ :

(১) অসমীয়া ভাষাৰ অগ্ৰ-গতিৰ পথত আটাইতকৈ ডাঙৰ হেঙাৰখন পুতি লৈছোঁ আমি নিজে। আমাৰ এচাম মানুহৰ মনত বিশেষকৈ নগৰ কেইখনৰ মানুহৰ মনত নিজৰ ল'ৰা-ছোৱালীক হাফ ছাহাব নাইবা হাফ-মেম কৰাৰ অসুস্থ আকাঙ্ক্ষা এটাই বাহ লৈছে হি। ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ুৱাই দুটামান ভাটৌ শ্লোক আওৰাব পৰা কৰিব পাৰিলেই যেন জীৱনৰ স্বপ্নবিলাসী কিবা এটা হোৱাৰ বাসনাই পাৰ হৈ যাব।

(২) আমাৰ বহুতেই (অসমীয়া লেখক) যেনে তেনে লেখক হৈ যোৱাৰ পাৰ-পত্ৰ সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰিছে। তেওঁলোকৰ সৰহভাগেই শব্দৰ বিন্যাসত ক্ৰমৰ বেমেজালি সৃষ্টি কৰিয়েই কৰি হৈ পৰাৰ সহজ বাট বিচাৰি ফুৰিছে। ... কৰি হোৱাৰ অথবা অন্য যিকোনো এটা সাহিত্য-ৰূপৰ সাধক হৈ পৰাৰ বাবে আটাইতকৈ আৱশ্যকীয় বস্তুটো হ'ল, আপোন প্ৰতিভাক সঠিকভাৱে চিহ্নিত কৰিব পৰাৰ সামৰ্থ্য। তাৰ পাছত লাগিব, ক্লান্তিহীন অনলস সাধনা"। (অসম-সাহিত্য-সভাৰ সভাপতিৰ অভিভাষণ)।

২৪৩. যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাৰ প্ৰগতি আৰু ভৱিষ্যতৰ বিকাশত বাধা আদিৰ বিষয়ে এটি সুন্দৰ চিন্তা আগ বঢ়াইছে শ্ৰীনিবাৰণ বৰাই।* তলত তাৰ কিছু অংশ দিয়া হ'ল : "আজি অসমীয়া ভাষা, সাহিত্য, কলা, সংস্কৃতিৰ ভেটি সুদৃঢ়। স্কুল, কলেজ, বিশ্ববিদ্যালয়, বাতৰি-কাকত, আলোচনী, বোলছবি, মঞ্চাভিনয়, চিত্ৰাঙ্কন, নৃত্যসৰ ৰূপত বিহু, গৱেষণা-পত্ৰকে ধৰি বিভিন্ন গ্ৰন্থসমূহ, গল্প-সাহিত্য, উপন্যাস, কবিতা আদিৰে আজি আমি পুষ্ট। কিন্তু তথাপিও যে কিছু আঁসোঁৱাহ হৈ যোৱা নাই এনে নহয়। কথিত ভাষাৰ গঢ় দিয়ে জনসাধাৰণেই। লিখিত ভাষাৰ গঢ় দিয়ে পণ্ডিত-ওজাসকলে। 'অকণোৰাই'-যুগৰ পৰা অসমীয়া ভাষাই যোৰ মনালে, সগোত্ৰ-বিমুখ হ'ল। বহো, কাৰ্ৰি, মিচিঙেই নহয়, পৰ্বতৰ নগা বাইহে, আদি বাইহে, অসমীয়া লিপি বিষয়ে প্ৰকাশ কৰে, তনিষয়ে যেন আমি কোনোভকেও

* 'অসমীয়া ভাষা-সাহিত্যৰ অতীত, বৰ্তমান, আৰু ভৱিষ্যত' : অসম বাণী ১৩ ফেব্ৰুৱাৰি, ১৯৮৭

তরলা। বিচিংজনে যেভিয়া সোধে 'গাভৰু আনিলেনে নাই?' বাক্যটো 'বিয়া কৰালেনে নাই' বাক্যটোতকৈ অধিক ভাৱাৰ্থব্যঞ্জক, শুনিবলৈ শুৱলা ভাষা। তদ্ৰূপ 'নাগামিজ' আৰু 'নেফামিজ'। বীৰেন ভট্টাচাৰ্যৰ উপন্যাস 'ইয়াৰুইঙ্গম' যথাৰ্থতেই এখন মূল্যৱান পুস্তক—সম্পূৰ্ণ নগা-ভূমিৰ পটভূমিত লিখা। কিন্তু 'নাগামিজ'ক সন্মান দিয়া নহ'ল। সৈয়দ আব্দুল মালিকে চাহ-বাগিচাৰ পটভূমিত লিখা উপন্যাসত চাহ-বনুৱাৰ ভাষা সন্নিবিষ্ট নহ'ল। তেনেদৰেই বীৰেন ভট্টাচাৰ্যৰ আনখন উপন্যাস 'প্ৰতিপদ' ডিগবৈৰ ধৰ্মঘটৰ ওপৰত লিখা। কিন্তু ডিগবৈৰ হিন্দীমিশ্ৰিত অসমীয়া ভাষাৰ আভাস তাত নাই। আজিৰ কিছু কিছু ডেকা লিখকে চাহ বনুৱাৰ মাত-কথা গল্প-নাটকত ঠাই দিছে। তেওঁলোকক ধন্যবাদ। কিন্তু কামৰূপীয়া ভাষা আৰু গোৱালপৰীয়া ভাষাই এতিয়াও অসমীয়া সাহিত্যৰ মজিয়া-প্ৰৱেশৰ বাবে অপেক্ষাৰত। আমি যেন ভাষাটোক কঠিনৰ পৰা কঠিন কৰি আনিছোঁ। 'স্বৰ্গীয়' লেখিছিলোঁ, আজিকালি 'প্ৰয়াত' লেখোঁ। আগতে স্বৰ্গদেউজন 'প্ৰয়াত' হ'লে 'হানি হ'ল' বুলিছিলোঁ। প্ৰিয়জনৰ বিয়োগত 'চকুৰ আঁৰ হ'ল' বুলিছিল। আজিও বোলে গ্ৰাম্য সমাজত। আমি নোবোলো। অসমীয়া ভাষা অকল নগৰমুখীয়েই হোৱা নাই, পশ্চিমমুখীও হৈছে; অথচ অসমৰ শতকৰা ৯০ জন বাস কৰে গ্ৰামাঞ্চলত আৰু অসমীয়াভাষীৰ শতকৰা ৯৭ জনেই ত'ত। 'টিউব-ৱেল'ৰ অসমীয়া শব্দ 'নলী-নাদ'। চাহ-বাগিচাৰ বনুৱাই বোলে 'পাতাল-কূঁৱা'। কিমান ওচৰ চাপি আহিছে চাহ-সমাজখন। আমি আৰু অকণমান ওচৰ চাপি গ'লে কি অসুবিধা? অসমীয়া ভাষা চাহ-বাগিচাৰ বনুৱাৰ ল'ৰা-ছোৱালীয়ে পঢ়িব যদি চাহ-বাগিচাৰ পট ভূমিত চাহ-বনুৱাৰ মুখৰ কথাৰ সানমিহলি ভাষাত উপন্যাস-গল্প আদি লিখা হয়। ন-অসমীয়া সমাজখনৰ বাস্তৱ পৰিস্থিতিৰ পট-ভূমিত তেওঁলোকৰ কথা ন-অসমীয়া ভাষাৰ সানমিহলি অসমীয়া ভাষাত লেখা হ'ব লাগে। সাহিত্যিকসকলে সেই দাবী পূৰণ কৰিব পৰা নাই। ...আহোমৰ ৰাজ-কুল, ডা-ডাঙৰীয়াৰ সমাজখনৰ বচন-ভঙ্গী, সম্বোধনৰ ধৰণ পৃথক, কিন্তু অসমীয়া। 'জয়মতী' কথা ছবিৰ কথোপকথনত 'স্বৰূপ-কোঁৱৰে' সেইবোৰৰ কিছু সন্নিবিষ্ট কৰিছিল। আজি আৰু দৰং, শোণিতপুৰ, নগাওঁ, কামৰূপত তেনেকুৱা নোলাব। কথিত ভাষাৰ এনাজৰীডালেৰে অসমীয়া সমাজখন নকৈ বান্ধিব লাগিব গল্প, উপন্যাস, বাতৰি-কাকত, আলোচনীক মাধ্যমৰূপে লৈ'।

২৪৪. যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাৰ বিশ্লেষণে অসমীয়া ভাষাটোৰ প্ৰকাশিকা শক্তি প্ৰত্যেকজন বুদ্ধি লোৱা কথা স্পষ্টৰূপে পাতি দিবে। এই সময়ছোৱাত মনোভাবক সূক্ষ্মকৈ প্ৰকাশ কৰাৰ ক্ষমতা ভাষাটোৱে অৰ্জন কৰিলে। অসমীয়া ভাষাটোলৈ এই সময়তে বিদেশী শব্দৰ বহুল আমদানি হয়। তদ্ভৱ শব্দৰ বহুল ব্যৱহাৰো

বিশেষভাৱে মন কৰিবলগীয়া। যুদ্ধোত্তৰ যুগৰ ভাষাটোত পূৰ্বৰ যুগৰ নিচিনা পৰম্পৰা তেনেধৰণে ৰক্ষিত হোৱা দেখা নাযায়। পূৰ্ববৰ্তী যুগত অসমীয়া ভাষাত ব্যৱহাৰ হোৱা ফকৰা-যোজনা, প্ৰৱাদ-বচন আদিৰ ব্যৱহাৰো কমে। অসমীয়া ভাষাত এক-প্ৰকাৰ অনুশাসনহীনতা বৃদ্ধি পায়। তাৰ মাজতো কিছুমান প্ৰতিভাশালী লেখকৰ হাতত অসমীয়া গদ্যই পৰিপুষ্ট ৰূপ ল'বলৈ সক্ষম হয়। মুঠৰ ওপৰত যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাই ভৱিষ্যতৰ অসমীয়া ভাষাৰ এক উজ্জ্বল ৰূপৰ প্ৰতিষ্ঠাৰ আগ-জাননি দিয়ে।*

---

* এই অধ্যায়টোৰ তথ্য-পাতি, যুদ্ধোত্তৰ যুগৰ ব্যাত বিভিন্ন লেখকৰ ৰচনাৰ পৰা সংগ্ৰহ কৰা হৈছে।

# অষ্টম অধ্যায়

## উপসংহাৰ

২৪৫. ওপৰৰ সাতোটা অধ্যায়ত অসমীয়া ভাষাৰ জাতি-গুৰিৰ বিচাৰ, ইয়াৰ বিকাশ, আৰু বিভিন্ন স্তৰত নানা উপাদানেৰে হোৱা সমূহিৰ বিষয়ে আলোচনা দাঙি ধৰা হৈছে। এই অধ্যায়ত সেই আটাইখিনিৰে মূল কথাখিনি ফুকিয়াই চাবলৈ যত্ন কৰা হৈছে। অসমীয়া ভাষাৰ জাতি-গুৰিৰ বিচাৰে এইটো প্ৰমাণ কৰে যে অসমীয়া ভাষাটো এটা প্ৰাচীন ভাষা। খৃষ্টীয় সপ্তম শতিকাৰ আগ-ভাগত হিউৱেনচাঙে কৰা উক্তিয়ে ইয়াৰ সাক্ষী। কামৰূপী প্ৰাকৃতে হিউৱেনচাঙৰ উক্তিৰ প্ৰমাণ দাঙি ধৰে। অনাৰ্যৈদিক ভাষা, বৈদিক ভাষা, কামৰূপী, মাগধী আদি প্ৰাকৃত ভাষা, আৰু অসমৰ থলুৱা ভাষাৰ সংমিশ্ৰণত অসমীয়া ভাষাই সুকীয়া গঢ় লৈছে। অসমীয়া ভাষাটো মগধীয় ভাষা। পশ্চিম দিশৰ পৰাই ই অসমত প্ৰৱেশ কৰে। অসমীয়া ভাষাটো প্ৰধানকৈ দুটা প্ৰৱাহৰ সমষ্টি। অসমীয়া ভাষাটো ক্ৰমবিকশিত ভাষা আৰু ইয়াৰ বিকাশৰ বিভিন্ন স্তৰত বিবিধ উপাদানেৰে সমৃদ্ধ ভাষা। আলোচনাৰ সুবিধাৰ্থে অসমীয়া ভাষাটোক কেইটামান যুগত ভগাই ল'ব পাৰি :

(১) প্ৰত্ন-অসমীয়া ভাষা ( সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ )

(২) পূৰণি অসমীয়া ভাষা ( তেৰ শতিকাৰ পৰা ষোল শতিকাৰ শেষলৈ )

(৩) মধ্যযুগীয় অসমীয়া ভাষা ( সোতৰ শতিকাৰ পৰা ঊনৈশ শতিকাৰ আৰম্ভলৈ )

(৪) আধুনিক অসমীয়া ভাষা : (ক) আৰম্ভণী কাল ( ১৮৪৬-১৮৮৮ )

(খ) মধ্য-কাল ( ১৮৮৯-১৯৩৯ )

(গ) যুদ্ধোত্তৰ কাল ( ১৯৪০- )

২৪৬. চৰ্যা-পদৰ ভাষাই হৈছে প্ৰত্ন-অসমীয়া স্তৰৰ পৰা বৰ্তমানৰ স্তৰলৈকে থকা অসমীয়া ভাষাৰ যোগ-সূত্ৰ। চৰ্যা-পদৰ ভাষাৰে সৈতে অসমীয়া ভাষাৰ ৰূপ আৰু প্ৰত্ন-ৰূপ দুয়োটাই জড়িত। অসমীয়া ভাষাটোৰ প্ৰত্যেক যুগতে কিছুমান সুকীয়া বৈশিষ্ট্যই দেখা দিছে। প্ৰত্যেক যুগৰে কিছুমান বৈশিষ্ট্য পৰৱৰ্তী যুগলৈকে চলি আহে। এইদৰে ভাষাটোৰ এটা পৰম্পৰা ৰক্ষিত হৈছে। আনভাৱে ক'বলৈ হ'লে অসমীয়া ভাষাটো পৰম্পৰাযুক্ত ভাষা। পুথিখনৰ বিভিন্ন অধ্যায়ত ইয়াৰ ইঙ্গিত আছে। অসমীয়া ভাষাটো ক্ৰমবিকশিত ভাষাৰ প্ৰমাণহিচাপে পৰিশিষ্ট দুটিত অসমীয়া শব্দ কিছুমানৰ বিকাশৰ ধাৰাটো দেখুওৱা হৈছে। দ্বিতীয় অধ্যায়ৰ চৰ্যা-

পদৰ ভাষাৰ আলোচনাৰ লগত বহুতো অসমীয়া শব্দ, প্ৰত্যয়, ধাতু, আৰু ক্ৰিয়া-ৰূপৰ বিকাশৰ দিশলৈ আঙুলিয়াই দিয়া হৈছে। গোৱালপৰীয়া 'দেশী ভাষা'ৰ আলোচনাত অততো বহুতো শব্দৰ ক্ৰমবিকাশৰ ধাৰাটো দেখুওৱা হৈছে। পৰিশিষ্ট একত প্ৰা. ভা. আৰ্য-ভাষাৰ স্বৰ-ধ্বনিৰ অসমীয়ালৈ হোৱা পৰিবৰ্তনৰ দিশো সামৰা হৈছে। তলত অসমীয়া ৰূপতাত্ত্বিক বৈশিষ্ট্যকেইটাৰ অসমীয়া ভাষাৰ বিভিন্ন যুগৰ মাজেদি কেনেদৰে বিকাশ ঘটিছে তাৰ এটা সাধাৰণ পৰিচয় দাঙি ধৰা হ'ল ঃ

(১) বহুবচনাত্মক প্ৰত্যয় -হঁত ঃ পু. অস. (দ্বিবচনাত্মক) হন্ত>হঁত ঃ
হন্ত>হন্ন>হান>হানা (কাম.)
হন্ত>হন্ত>হাত, হাঁত (তু. কাম, সে-হাঁত)
হন্ত>হন্ন>হান>হন>আ-হন (কাম.)

(২) নিৰ্দিষ্টতাবাচক প্ৰত্যয়ঃ-টো ঃ পু অস. গোট>ওট>ওট্>টো ;
ওট>উট>টু (কাম.)
-টা ঃ পু.অস. গোটা>ওটা>টা (তু. দুটা)
-টি ঃ পু.অস ওটি>উটি>টি (তু দুটি)
-কুৰা ঃ পু অস. কুণ্ডা>কুৰা (জুইকুৰা)
-পাৰি ঃ পু অস পাত্তি>পাণ্টি>পাট্টি>পাৰি
(দাঁতপাৰি)

(৩) পঞ্চমী বিভক্তি ঃ চৰ্যা-পদত অপাদান-কাৰক বুজাবলৈ পঞ্চমী বিভক্তি 'হু'ৰ প্ৰয়োগ দেখা গৈছে। তাৰ পাছত ক'তো পঞ্চমী বিভক্তিৰ চিন পোৱা নাযায়। অপাদান-কাৰক বুজাবলৈ বিভিন্ন উপায় লোৱা হৈছে। তাৰ ভিতৰত -ৰ হন্তেৰ ব্যৱহাৰ বৰ্তমানলৈকে চলি আছে ; তু. কাম. ধাৰ হন্তে দাদা-গিদ্দুৰ। -ৰ হন্তেৰ পৰা তৎকালীন ভাষাত -ৰ তে>ৰ্তে হৈছে গৈ।

(৪) নিমিত্ত-কাৰকৰ শব্দ-বিভক্তি লৈ ঃ চৰ্যা-পদত লাগি/লই পোৱা যায়। লই>লৈ। পুৰণি অসমীয়াত-ক লাগি আছে ; যেনে, তাক কাটিক লাগি (ৰা.ক.), তু. কাম. লেগি/লেগি। তু' কাম' ধাক লৌগি/লেগি।

(৫) তৃতীয়া বিভক্তি -ৰে ঃ পুৰণি অসমীয়া -এবে (কুন্দলায়, বাণেএবে) এবে>এৰে।

'এৰুৱা'। এই ক্ষেত্ৰত পুথিখনৰ ভিন ভিন অধ্যায়ত উল্লেখ কৰা মূলীয়া প্ৰয়োগবোৰৰ কথাও মন কৰিবলগীয়া। ইপিনে অৰুণোদয়-যুগত আৰু পিছতো বিভিন্ন লেখকে সৃষ্টি কৰা নতুন শব্দ বহুতৰে বিলুপ্তি ঘটাও দেখা গৈছে; [illegible], [illegible], নাগ-ৰাটি, চুঙা-চাকি, খৰি-ৰাটি আদি।

২৫৮. অসমীয়া ভাষাটো মূলতঃ আৰ্য-ভাষা। কিন্তু [illegible] পৰা অসমীয়া ভাষাটো অসম আৰু অসমৰ আশে-পাশে থকা বিভিন্ন জনজাতীয় বা থলুৱা ভাষাৰ বিবিধ উপাদানেৰে পুষ্ট। অসমীয়া আৰু সংস্কৃত ভাষাৰ [illegible] জনজাতীয় ভাষাবোৰৰ ওপৰত নপৰাকৈ থকা নাই। ইপিনে চৰ্যা-পদৰ সময়ৰে পৰা অসমীয়া ভাষাৰ প্ৰধান প্ৰৱাহ দুটায়ো যুদ্ধোত্তৰ যুগৰ আগলৈকো [illegible] সমানভাৱে সমন্ত ৰক্ষা কৰি আহিছে। মধ্যযুগীয় অসমীয়া ভাষাৰ সময়ৰ পৰা অসমীয়া ভাষাৰ সমৃদ্ধি কৰাইছে প্ৰধানকৈ আৰবী-পাৰচী-তুৰ্কী-হিন্দী আদি ভাষাৰ শব্দ-সম্ভাৰৰ যোগানে। আধুনিক অসমীয়াৰ আৰম্ভণি-কালচৰ পৰা অসমীয়া ভাষাৰ পৰিপুষ্টিত বিশেষভাৱে অৰিহণা যোগাইছে ইংৰাজী আৰু আন ইউৰোপীয় ভাষাৰ শব্দৰাজিয়ে। অসমীয়া ভাষাটো অসমৰ উজনি, নামনি, আৰু [illegible] সকলো অঞ্চলৰে সমন্বয়ৰ এটা ভাষা। এই ভাষাটোৱে প্ৰাচীন কালৰ পৰা অসমৰ সামূহিক কাৰ্য-পৰিচালনাৰ বাহনৰূপে থাকি অসমৰ [illegible] আৰু সংহতি ৰক্ষা কৰি আহিছে। প্ৰাচীন কালৰে পৰা অসমীয়া ভাষাটোৱে বৰাহী-কছাৰী-কমতা-কোচ-আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈছে। এই ভাষাটো পৰ্বত আৰু ভৈয়ামৰ সকলো লোকৰে আদৰৰ উমৈহতীয়া সম্পত্তি। অসম আৰু অসমৰ ওচৰে-পাজৰে থকা থলুৱা ভাষাবোৰৰ বৈজ্ঞানিক অধ্যয়ন আৰু সেইবোৰেৰে সৈতে গৱেষণাপ্ৰসূত যোগ-সূত্ৰ স্থাপন কৰি যুক্তিযুক্তভাৱে অসমীয়া ভাষাত বৰ্তমানে বিৰাজ কৰা আঁসোঁৱাহসমূহ আঁতৰালে অসমীয়া ভাষাটোৱে পূৰ্ব-ভাৰতৰ ৰাজ্যসমূহৰ মাজত একমাত্ৰ সাৰ্বজনীন ভাষাৰূপে সুপ্ৰতিষ্ঠিত হোৱাৰ বিপুল সম্ভাৱনা বহন কৰিছে। ইতিহাসৰ বিভিন্ন যুগত সন্মুখীন হোৱা নতুন পৰিস্থিতিবোৰেৰে সৈতে তাল মিলাই আৰু সময়ে সময়ে নতুন নতুন উপাদানক [illegible] জীন নিয়াই অসমীয়া ভাষাটোৱে বিকাশৰ পথত আগ বঢ়া এটা সমৃদ্ধভাষাৰূপে প্ৰতিষ্ঠিত হৈছে। অসমীয়া ভাষাটো বিবিধ থলুৱা ভাষাৰ উপাদানেৰে নিজকে পুষ্ট কৰিছে, বৰ্তমান [illegible] অসমীয়া ভাষাটোৰ [illegible] আছে। [illegible] অসমীয়া ভাষাৰ [illegible] সৃষ্টি কৰা [illegible] অসমীয়া ভাষাৰ [illegible]

ভাৰ লাগিব'। অসমীয়া ভাষাটো "কোনো এখন 'নগৰ' বা এজন বা দুজন শিক্ষিত লোকৰ ভাষা নহয়"। অসমীয়া ভাষা "শদিয়াৰ পৰা ধুবুৰীলৈ"। "অসমা, সুষমা কামৰূপা, জয়তু জননী ধৰিত্ৰী-দুহিতা, কামৰূপা কামদা"।

# পৰিশিষ্ট : এক

## অসমীয়া ধ্বনি-তত্ত্বৰ ঐতিহাসিক বিকাশ

প্ৰাচীন আৰু মধ্যভাৰতীয় আৰ্য-ভাষাৰ স্বৰ আৰু ব্যঞ্জন-ধ্বনিসমূহৰ অসমীয়া ভাষালৈ কেনেদৰে বিকাশ ঘটিছে তাৰ বিস্তৃত আলোচনা ডঃ কাকতিয়ে 'এছামিজ ইটছ্ ফৰমেচন এণ্ড ডেভেলপমেণ্ট' গ্ৰন্থত দিছে। সেই আলোচনাৰ ওপৰত ভিত্তি কৰিয়ে চমুভাৱে অসমীয়া ভাষাত দেখা দিয়া প্ৰাচীনভাৰতীয় আৰু মধ্যভাৰতীয় আৰ্য-ভাষাৰ স্বৰ আৰু ব্যঞ্জন-ধ্বনিবোৰৰ বিকাশৰ নিৰ্দেশ তলত দিয়া হ'ল :

**স্বৰ-ধ্বনিৰ বিকাশ :**

(১) অন্ত্য স্বৰ-ধ্বনি :

(ক) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ অন্ত্য স্বৰ-ধ্বনিবোৰ সাধাৰণভাৱে ক'বলৈ হ'লে অসমীয়াত লোপ পাইছে : উদাহৰণ :

-অ : আঁচল ( অঞ্চল )
উলাহ ( উল্লাস )
খেৰ ( খেট )
ভেল 'ভুৰ' ( ভেল )
শোল 'মাছ-বিশেষ' ( শকুল )

-আ : ঘিণ ( ঘৃণা )
শিল ( শিলা )
লাল ( লালা )
লাজ ( লজ্জা )
বাজন ( বজ্জা )

-ই : আঙুল ( অঙ্গুলি )
অবোৱাল ( অবৱাৰি )
সজল ( সন্ততি )
পিঠৰ ( [illegible] )

মুঠ (মুষ্টি)

কিন্তু বাটি (বাটি), গাঁঠি (গ্ৰন্থি), তিনি (ত্ৰীণি), চাৰি (চত্বাৰি)।

-উ : পাঁহ (পংশু)

জাম (জম্বু)

হিঙ (হিঙ্গু)

পেঙ-আ>পেঙা (পঙ্গু)

(খ) মধ্যভাৰতীয় আৰ্য-ভাষাৰ অন্ত্য সংযুক্ত আৰু অসংযুক্ত স্বৰ-ধ্বনিবোৰৰ বিকাশ তলত দিয়াধৰণে হোৱা দেখা যায় :

-আঅ>আ : তৰা (তৰাক)

ওজা (উপাধ্যায়)

ঘা (ঘাত>ঘাঅ)

গা (গাত্ৰ>গাত>গাঅ)

-আআ>-আ : শলা (শলাকা>শলাআ)

ছাঁ (ছায়া>ছাআ>ছা)

-ইঅ/-ঈঅ>-ই/-ঈ : কাতি (কাৰ্তিক>কত্তিঅ)

ননী (নৱনীত>নৱনীঅ)

-ইআ<-ইকা>-ঈ : কুঁৱলী (কুহেলিকা)

শেৱালী (শেফালিকা)

বাটী (বাটিকা)

-উঅ/-ঊঅ>-উ/-ঊ : শিহু (শিশুক)

কেঁচু (কিঞ্চুলুক>কিঞ্চুঅ)

উলু (উলূপ)

-এঅ>-এও : হেও (হেল>হেঅ)

খেও (ক্ষেপ>খেঅ)

-ওঅ>-ও : পো (পোত)

লো (লোতক পু. অস. লোহ>লোঅ)

লো (লোহ)

-এ>-ই : সি (সঃ>সে>সে)

তি (সঃ>তে)

আমি (অস্মে<অস্মে>আম্হি)

(গ) মূলৰ দুটা বা অধিক অক্ষৰযুক্ত শব্দৰ আদি বা আদি-অক্ষৰত থকা 'অ'ৰ পাছত যদি যুক্ত ব্যঞ্জন থাকে আৰু সেই 'অ'ৰ ওপৰত যদি বলাঘাত পৰে, তেতিয়া-হ'লে সেই 'অ' 'আ'লৈ ৰূপান্তৰিত হয় আৰু পিছত থকা যুক্ত ব্যঞ্জনৰ এটা লোপ পায়। 'অ'ৰ পাছত যুক্ত ব্যঞ্জন দুটাৰ প্ৰথমটো যদি নাসিক্য ধ্বনি হয়, তেতিয়া-হ'লে পূৰ্বৰ 'অ' ধ্বনিটো অনুনাসিক হয় আৰু পিছৰ ব্যঞ্জন ৰক্ষিত হয়। কেতিয়াবা ব্যঞ্জন ধ্বনিটোৰ আন এটা ব্যঞ্জনলৈ পৰিবৰ্তনো ঘটিব পাৰে। উদাহৰণ :

আঁত ( অন্ত্ৰ )
আঁহ ( অংশু )
গাল ( গণ্ড>গল্ল )
ঘাম ( ঘৰ্ম>ঘম্ম )
দাপোণ ( দৰ্পণ )
নাক ( নক্ৰ )
সাঁচ ( সঞ্চ )

(ঘ) দুটাতকৈ অধিক অক্ষৰৰ শব্দৰ আৰম্ভণিৰ 'অ'ৰ পাছত যুক্ত ব্যঞ্জন থাকিলে মান্য অসমীয়াত প্ৰথমৰ 'অ' ধ্বনি 'আ'লৈ ৰূপান্তৰিত নহয়, যদি পিছৰ অক্ষৰত বলাঘাত পৰে; কিন্তু উপভাষাত হ'লে হয়। উদাহৰণ :

কঁকাল ( কঙ্কাল ) তু. কাম. ককাল, কাকাল
কপাহ ( কৰ্পাস ) তু. কাম. কপাহ, কাপাহ
পথাৰ ( প্ৰস্তাৰ ) তু. কাম. পথাৰ, পাথাৰ
মঁদাৰ ( মন্দাৰ ) তু. কাম. মদাৰ, মাদাৰ
কটাৰী ( কৰ্ত্তাৰিকা ) তু. কাম. কটৰী, কাট্‌ৰী
কমাৰ ( কৰ্মকাৰ>কৰ্মাৰ ) তু. কাম. কমাৰ, কামাৰ
চমাৰ ( চৰ্মকাৰ>চৰ্মাৰ ) তু. কাম চমাৰ, চামাৰ

কোনো কোনো ক্ষেত্ৰত মান্য অসমীয়া আৰু উপভাষা দুয়ো ঠাইতে 'অ'টো 'আ' নহয় ; যেনে, বথ ( বক্ষ ), পথ ( পক্ষ ), সবল ( সম্বল ), মঙল ( মঙ্গল )। কেতিয়াবা-অ->-উ-বা-ও- ; যেনে, পুৱা< প্ৰভাত, গোছ<গচ্ছ।

(ঙ) শব্দৰ আদি বা আদি-অক্ষৰত থকা 'আ, ই, উ, এ, ও' ধ্বনিবোৰ অসমীয়াত সচৰাচৰ ৰক্ষিত হৈছে। উদাহৰণ :

আ—ঃ আলি ( আলি ) 'আলি-বাট'
'আৰী 'মাছ-বিশেষ' ( আটিক )'
কাহ ( কাস )

তেল ( তৈল>তেল্ল )

জেঠ ( জ্যৈষ্ঠ>জেট্ঠ )

ই-/ঈ->এ : বেল ( বিল্ব>বেল্ল )

হেঙুল ( হিংগুল )

এন্দুৰ ( ইন্দুৰ ) তু. কাম ইন্দুৰ

পেৰে ( পীড্যতে )

সেঙুণ ( শিংঘাণ )

নেমু ( নিম্বু ) তু. কাম নিমু

উ-/ঊ->ও : কোদাল ( কুদ্দাল ) তু. কাম. কদাল

খোঁপা ( খুম্প্র- ) তু. কাম খপা

গোঁফ ( গুম্ফ )

মোল ( মূল্য )

ঔ-> ও : সোণ ( সৌবর্ণ )

সোন্দা ( সৌগন্ধ- )

অপ-/অৱ->ও : ওহাৰ ( অপসাৰ>ওসাৰ )

থোক ( স্তবক>থবক )

লোণ ( লৱণ )

ওৰ 'শেষ' ( অৱৰ )

(৩) মধ্য-স্বৰধ্বনি : শব্দৰ মাজত থকা প্ৰা. ভা. আৰ্য-ভাষাৰ স্বৰ-ধ্বনিবোৰ সচৰাচৰ মান্য অসমীয়াত ৰক্ষিত হৈছে। কেতিয়াবা সিহঁতৰ আন স্বৰ-ধ্বনিলৈ ৰূপান্তৰিত হোৱাও দেখা যায়। উদাহৰণ :

-অ- : আঁহত ( অশ্বত্থ )

আঁতৰ ( অন্তৰ )

খাপৰ ( খর্পৰ>খপ্পৰ )

-আ- : কঁকাল ( কঙ্কাল )

কপাহ ( কার্পাস )

ধৰাৰী ( গভাৰী- )

পৰিয়াল ( পৰিবাৰ>পৰিয়াৰ )

কেতিয়াবা -আ->অ : নিজৰ ( নীহাৰ ), তু. কাম. নিহাৰ

পূৰ্ণি ( পুৰাণ ) তু. কাম. পুৰাণ

কোঁৰৰ ( কুমাৰ ) তু. কাম. কুঁৱাৰ

(৫) স্বৰ-ধ্বনিৰ আন পৰিৱৰ্তন : অভিশ্ৰুতি, স্বৰ-সঙ্গতি, আৰু স্বৰ-সমীভৱন প্ৰক্ৰিয়াৰ দ্বাৰাও প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ শব্দৰ স্বৰ-ধ্বনিৰ অসমীয়ালৈ পৰিৱৰ্তন ঘটিছে। তলত প্ৰত্যেকৰে উদাহৰণ দাঙি ধৰা হ'ল :

(ক) অভিশ্ৰুতি : ম'হ ( মহিষ>মইহ>ম'হ ) তু কাম. মুইহ ( মহিষ>মইষ> মুইস>মুইহ ) ; তু. গোৱা. মইষ>মইশ>মৈশ।
ব'দ ( ৰৌদ্ৰ>ৰউদ্‌দ )
গ'ৰা ( গৌৰ>গউৰ— )
ম'ল ( মুকুল>মউল )
চ'ক ( চতুষ্ক>চউক্ক )
কোৰাৰি ( কপাট—>কআৰ— )
দেৱালী ( দীপালিকা )
নেজ ( লঞ্জ>লেঞ্জ>লেজ ) তু. কাম লেজ
ঠেঙ্গ ( টঙ্গ ).
পেঙা ( পঙ্গু )

(খ) স্বৰ-সঙ্গতি : পুঠি ( প্ৰোষ্ঠী>পোটঠী>পোঠী )
কুঁহি ( কোষ )
গুই ( গোধিকা )
পুণী ( পৰ্ণিকা )
ধেনু ( ধনু )
নেউল ( নকুল )
লেজু ( ৰজ্জু )

(গ) স্বৰ-সমীভৱন : বিবিণা ( বিৰণ )
বিবিঙ ( বিভঙ্গ )
কুকৰা ( কুক্কুৰ )
মুকলী ( মুকলী )
মেখেলা ( মেখলা )

(৬) ঋ-ধ্বনিৰ পৰিৱৰ্তন : প্ৰাচীন ভাৰতীয় আৰ্য্য-ভাষাৰ ঋ-ধ্বনিৰ পৰিৱৰ্তনৰ ধাৰা তলত দিয়াধৰণে পোৱা যায় :

ঋ>অ>আঁ : কানু, কানাই ( কৃষ্ণ>কণ্হ )
নাচ ( নৃত্য>নচ্চ )
মাটি ( মৃত্তিকা>মট্টিআ )

ঋ>ই : অমিয়া (অমৃত>অমিঅ-)
পিঠি (পৃষ্ঠ>পিট্‌ঠ-)
শিং (শৃঙ্গ>শিঙ্গ)
শিয়াল (শৃগাল>শিআল)

ঋ>উ : ঋজু>উজু
বৃদ্ধ>বুঢ়া
শৃণোতি>শুনে

ঋ>এ : গৃহ্ণাতি>পু: অস. গেলে

ঋ>ও : পৃচ্ছতি>পোছে

ঋ>ৰি : ঋষি>ৰিষি
ঋতু>ৰিতু
পিতৃ>পিত্‌ৰি
মাতৃ>মাত্‌ৰি
বৃক্ষ>ৰিক্‌খ

(৭) ব্যঞ্জন-ধ্বনিৰ পৰিৱৰ্তন : লেখোঁতে সংস্কৃতৰ বৰ্ণ-মালাৰ অন্তৰ্গত সংস্কৃতৰ ব্যঞ্জন-ধ্বনিবোৰ ব্যৱহাৰ কৰিলেও অসমীয়াত সেইবোৰৰ ধ্বনি-গুণ ৰক্ষিত হোৱা নাই। চমুকৈ ক'বলৈ হ'লে প্ৰাচীনভাৰতীয় আৰ্য-ভাষাৰ ব্যঞ্জন-ধ্বনিবোৰৰ কিছুমান অসমীয়া মান্য-ভাষাত একধৰণে আৰু উপভাষাত আনধৰণে পৰিৱৰ্তন হোৱা দেখা যায়। উদাহৰণস্বৰূপে সংস্কৃতৰ কণ্ঠ্য ক, খ, গ, ঘ, ঙ আৰু হ ধ্বনি অসমীয়া ভাষাৰ মান্য ৰূপ আৰু উপভাষাৰ ৰূপ সকলোতে একেধৰণে উচ্চাৰিত হৈছে। সংস্কৃতৰ তালব্য ধ্বনি চ, ছ, জ, ঝ, ঞ, য, শ ধ্বনিৰ চ, ছ, জ, য, শ ধ্বনি মান্য ভাষা আৰু কামৰূপী উপভাষাত নাইকিয়া হৈছে, কিন্তু গোৱালপৰীয়া 'দেশী-ভাষা'ত সেইবোৰৰ উচ্চাৰণ তালব্যৰূপে ৰক্ষিত হৈছে। সংস্কৃতৰ তালব্য চ, ছ, জ, ঝ ধ্বনিৰ মান্যভাষা আৰু কামৰূপী উপভাষাত দন্তমূলীয় চ জ, আৰু 'ছ'ত পৰিণত হৈছে; 'দেশী-ভাষাতো 'ঞ' আৰু 'য'ৰ মান্য ভাষা আৰু কামৰূপী উপভাষাৰ নিচিনাই পৰিৱৰ্তন ঘটিছে। (যত্ন>জতন, যতি>জতি, পুৰ্ণি>পুন্নি, পুনি। সংস্কৃতৰ মূৰ্ধন্য ট, ঠ, ড, ঢ ধ্বনিৰ মান্য অসমীয়া আৰু কামৰূপী উপভাষাত দন্তমূলীয় ধ্বনি-ৰূপে উচ্চাৰিত হয়; কিন্তু 'দেশী-ভাষা'ত সিহঁতৰ মূৰ্ধন্য উচ্চাৰণ ৰক্ষিত হৈছে। 'ণ'ৰ ব্যৱহাৰ ইয়াতো অকণো নাই। অসমীয়া মান্যভাষা আৰু উপভাষাত ণ> দন্তমূলীয় ন। 'দেশী-ভাষা'ত 'ণ'ৰ ব্যৱহাৰ মান্য অসমীয়া আৰু কামৰূপী উপ-ভাষাৰে সৈতে একে। ইয়াতো 'ষ'ৰ ব্যৱহাৰ নোহোৱা হৈছে। কোনো কোনো

কেৱলত ষ>শ; যেনে, ষণ্ড>শাড়, বৃষ>ব্রিশ। সংস্কৃতৰ দন্ত্য ত, থ, দ, ধ, ন, ল, স 'দেশী-ভাষা'ত দন্তমূলীয়ৰূপে দেখা দিছে। মান্য ভাষা আৰু কামৰূপী উপভাষাতো সংস্কৃতৰ ত, থ, দ, ধ, ন, ল ধ্বনি দন্তমূলীয় আৰু 'স' ধ্বনি>কণ্ঠ্য 'স'। সংস্কৃতৰ ওষ্ঠ্য প, ফ, ব, ভ ম ধ্বনিৰ অসমীয়াত একো পৰিৱৰ্তন হোৱা নাই। সংস্কৃতৰ ওষ্ঠ্য 'ব'ৰ অসমীয়া মান্যভাষা আৰু উপভাষাত 'ব' আৰু 'উ'ৰূপে উচ্চাৰিত হোৱা দেখা পৈছে; যেনে, দেৱ>দেব, দেউ; বেদ>বেদ, বেত্ৰ>বেত।*

## পৰিশিষ্ট : দুই

### অসমীয়া শব্দৰ ঐতিহাসিক বিকাশ

আঠ : সং. অষ্ট>অট্‌ঠ>আঠ

আঁঠ : বড়ো হানৃথু (হাঠ)>আঠ (শ. দশম)>আঠ, আঁঠ

আতৈ : সং আত্ম>আত্ত>আত্ত-ঐ>আতৈ

আমৈ : সং. অম্বা>অম্মা>আম-ঐ>আমৈ

আপোন : সং আত্মন>প্রা. অপ্পণ>আপন (মা. ক.)>আপুন (কাম.)>
আপোন (মা অস.)

আহিঁ : সং আদর্শ>আঅই>আই-ই>আহিঁ

আৰু : সং. অপৰ>অৱৰ>আৱৰ (মা. ক.)>আৰ (শ. দশম)>আৰ্ (কাম.)
আৰ্-উ>আৰু

আটাহ : সং. অট্টহাস>আটাস (মা. ক.)>আটাহ (কাম.)

উকলি : উলা-উলি (মনকৰ)>উলউলি>উৰ্‌উলি>উকলি

উনৈশ : সং. ঊনবিংশতি>উনৱীসই>*উনইসই>উনৈস>উনৈশ
: " " >উন্নীস>উন্নিছ (কাম.)

এঙাৰ : সং. অঙ্গাৰ>আঙাৰ (মা. ক.)>আঙাৰ (কাম)>এঙাৰ

এন্ধাৰ : সং. অন্ধকাৰ>আন্ধাৰ (মা. ক.)>আন্ধাৰ (কাম.)>এন্ধাৰ

এক : সং. এক>এক>এক

ওঠৰ : সং. অষ্টাদশ>অট্‌ঠাৰহ>অঠাৰ (মনকৰ)>ওঠৰ>অঠৰ (কাম.),
ওঠৰ (মা. অস.)

* সাহায্য কৰা গ্ৰন্থ : (১) অসমীয়া ভাষাৰ ব্যাকৰণ : ... আৰু ...
(২) অসমীয়া ভাষাৰ ...

চ'ত : সং. চৈত্ৰ>*চইত্ত>কৃ. কী. চৈত্ত, মা. ক. চৈত্ত ; কাম. চৈঁত, মা. অস. চ'ত

চাক : সং. চক্ৰ>প্ৰা.চক্ক>চাক (মৌ-চাক) ; চাক্-আ>চাকা (কাম.)>চকা (মা. অস.)

চাইখালে : চাকিশলাই (ক. হ. কা.)>চাকিখলাই>চাকিখালই>চাইখালই> চাইখালে (কাম.) 'কাণত পিন্ধা অলঙ্কাৰ-বিশেষ'

চিনান : সং. স্নান>*সনান>চিনান (দুৰ্গাবৰ), ছিনান (মনকৰ)>চিনান (কাম.)

চৰ : সং. চপেট>*চপট>চৱৰ (মা. ক.)>চৰ

চুলি : সং. চূডা>চুড়া>চুড়>চুৰ>(হি. চুল) চুল-ই>চুলি

চাৰি : সং. চত্বাৰি>*চত্তাৰি>*চআৰি

চৈধ্য : সং. চতুৰ্দশ>চউদ্দহ>*চইদ্দহ>চৈধ>চৈধ্য

জীয়াৰী, জীৱৰী : সং. দুহিতা>প্ৰা.ধীতা>ধীয়া>ধী>জী-আৰী<আকাৰ-ইকা

ঠোঁট : সং. ত্ৰোটি>*ঠোটি>ঠোঠ (মা. ক.), ঠোঠ (মনকৰ), ঠোঠ (কাম.) ঠোষ্ঠ (শ. দশম)>ঠোঁঠ>ঠোঁট

তামোল : সং. তাম্বূল>তাম্বুল (মনকৰ)>তাম্বুল (কাম.)>তামোল

তুমৰোল : তুম্বুলবোল (মা. ক.)>তুম্বৰোল>তুমৰোল 'হাহাকাৰ-ধ্বনি'

তেঁতেলী : চৰ্যা. তেন্তলি, কৃ. কী. তেন্তলি, মা. ক. তেন্তেলি>তেঁতেলি (তেঁতেলী)

তাৱৈ : সং. তাত>তাঅ>তা-ঐ>তাৱৈ

তিনি : সং. ত্ৰীণি>*তিণি>তিনি

তেৰ : সং. ত্ৰয়োদশ>*তেৰস>তেৰহ>তেৰ

দাঁত : সং দন্ত>দান্ত (মা. ক.), দান্ত (ক. হ. কা) দাত, দাঁত

দাপোণ : সং. দৰ্পণ>দপ্পণ>চৰ্যা. দাপণ>দাপোণ ; দাপণ-ই>দাপ্‌নি (কাম)

ধঁতুৰা : সং ধুস্তুৰ>ধনুথুৰ, ধনুথুৰা (মনকৰ)>ধঁথুৰা>ধঁতুৰা ; ধোতধ্‌ৰো (কাম.)

নাঙঠ : সং. নগ্ন>নগ্গ>*নঙ্গ>নাঙ-ঠ<অৱস্থা

নাঙল : সং লাঙ্গল>কাম. লাঙাল, নাঙাল>নাঙল

নাচোন : সং. নৃত্য>নচ্চ>নাচ, নাচ্-অন>নাচন (মনকৰ)>নাচান (কাম.), নাচোন (মা. অস.)

নেজ : সং [illegible]>নেজ (মা. ক.)>নেজ (কাম.)>নেজ

ন : সং. নৱ>নঅ>নঅ>ন

[illegible] : সং. নৱ>নউ>নউ (কাম.)

পাঁচালি : পাশাসারি ( মনকর )>*পাসাসারি, *পাসারি>*পাচারি>পাচালি, পাঁচালি

পাঁচ : সং. পঞ্চ>পাঞ্চ ( মা. ক. ), পাঞ্চ ( মনকর )>পাচ, প'াচ

পথান : পদস্থান>পরথান ( দুর্গাবর )>পথান ( ভরি-পথান )

ফর্মুটি : ফরবট ( মা. ক. ), ফরপত ( ক. হ. কা. ) ; ফরবট ( কাম. )>*ফরবট-ই>ফরমুটি

ফেঁচা : সং. পেচক>*পেচ্চক>*পেঞ্চক>ফেঁচা

বোপা, বোপাই : সং. বপ্র>প্রা. বপ্প>চর্যা. বাপ, পু. অস. বাপ ; বাপ-আ> বাপা ( চর্যা, কাম )>বোপা, বোপা-ই

বেঁকা : সং. বক্র>প্রা. বক্ক>বেক ( তা. কলি )>বেক্-আ>বেকা ( কাম. )> বেঁকা ( মা. অস. )

: সং বক্র>চর্যা. বঙ্ক>বেঙ্কা ( মা. ক. ), বেঙ্কা ( ঘো. নিদান )>বেঁকা

বাতরি : সং বার্তা>বাত্রা ( মা. ক. ), বাত্রা (কাম.)>*বাতরা>বতরা ( কথা-বতরা ) ; *বাতরা>বাতর-ই>বাতরি

বাঁহ : সং বংশ>বাঁস ( ক. হ. কা. )>বাঁস্>বাঁহ

বিয়া : সং. বিবাহ>*বিআহ>বিহা ( মনকর )>বিআ ( বিয়া )

বাহর : বাসঘর>বাসাহর, বাসহর ( মনকর )>*বাহহর>বাহর

বো : সং. বধূ>বহু ( দুর্গাবর )>বউ>বো

বঠা : সং বহিষ্ঠক>বহিঠা ( দুর্গাবর ), বৈঠা ( কাম. ), ব'ঠা ( মা. অস. )

বাবা, ববা : সং. ববাহ>বাবাহ ( শ. দশম )>বাবা, ববা ( কাম. )

বৈনে : বহিনাই ( শ. দশম )>বইনাই >বৈনাই>বৈনে 'ভনীজোঁয়াই'

বোধরাপ : বৌদ্ধরূপ (মনকর)>বোধরূপ (কাম) 'মমতা-নোবোলাকৈ থকা অবস্থা'

বোয়ারী : সং বধূ>বহু>বউ>বো>বো-আরী<আকার-ইকা

বগলী : সং বক>বগ-ল-ঈ>বগলী

বাহুর : সং বৎস>বচ্ছ>বাছ্-রূপ>বাছ>ছ>ক>উর>বাছুর

বত্তি : সং. বর্তিকা>বত্তিআ>*বত্তিআ>বত্তি

বরঙণি : সং বর্ণ>*বরণ্‌গ>*বরঙ>বরঙ্-অনি>বরঙণি

বেহার/বেহুর : সং. বেবহার>বেবর (গোয়া.)>বেসর>বেহুর, বেহার

ভোক : সং. বুভুক্ষা>প্রা. ভুক্‌খ>ভোজ. ভুখ, কাম. ভুখ/ভখ, ভোখ ( কৃ. কী), ভোখ (মনকর), ভোখ (মহাদেব)>ভোক (মা অস.)

ভোমোৰা : সং. ভ্ৰমৰক>ভ্ৰমৰা (মনকৰ)>ভমৰা>ভমৃৰা (কাম.), ভোমোৰা ( মা. অস )

ম'ৰা : সং. ময়ূৰ>*মইৰ, মইৰ্-আ>মৈৰা ( মা. ক. ), মৈৰা ( ক. হ. কা ), মৈৰা ( কাম. ), ম'ৰা ( মা. অস. )

মুহুদি : মুখ-শুদ্ধি>মুখসুধি (শ. দশম)>মুহহুধি>মুহহুদি>মুহুদি

মিছা : সং. মিথ্যা>প্ৰা. মিচ্ছা>মিঞ্চা (মনকৰ)>মিচা ( মিছা )

মানুহ : সং. মনুষ্য>মানুষ (মা. ক)>মানুশ (গোৱা.)>মানুস>মানুহ

মুনিহ : সং. মনুষ্য>মুনিষ ( মা. ক. )>মুনিহ

মাদে : সং মহাদেৱী>মহাদই ( মা. ক. )>মাদই>মাদে ( কাম. )

মাদৈ : সং. মহাদেৱী>মহাদই>মাহাদৈ (বুৰঞ্জী)>মাদৈ

মহঙা : সং মহাৰ্ঘ>মহগ্‌ঘ>*মহঙ্‌ঘ>মহঙ্-আ>মহঙা

মঁজা : সং মমজ>মৰঞ্জা ( মা. ক. )>মজা, মঁজা

মুঁজাক : মুজাৰ ( মা. ক. )>মুজাৰ্-উ>মুজাক, মুঁজাক

ৰজা : সং. ৰাজা>পু. অস. ৰাজা>কাম. ৰাজা>ৰজা

লগ : সং. লগ্ন>প্ৰা. লগ্‌গ>লাগ, লগ

লোম : সং. লোমন্>লোম (মা. ক. )>লোম্>লুম (কাম.), লোম (মা. অস )

ল'ৰা : হি. লৌডা, বু. লোৰা>লোৰা>ল'ৰা

শুঙ : সং শৃঙ্গ>শুঙ্গ>শুঙ ( ক. হ. কা. )>শুঙ ( থানৰ )

শিতান : শিৰস্থান>শিথান (মা. ক.), শিথান (দুৰ্গাবৰ), শিথান (কাম )>শিতান

সোপা : সং. সৰ্ব>সব্ব>সপ্প>চপ্প্-আ>চপা, ছপা (কাম.)

" " " >সপ-আ>সপা (কাম )>সোপা (মা. অস)

সেকা, শেকা : সং. শিক্ষা>সিক্‌খা>সিক্‌কা>সেক (মা. ক.), সেক (ক. হ. কা.)> সেকা, শেকা (কাম.)

সঁচা : সং. সত্য>সচ্চ (প্ৰা.)>*সঞ্চ>সঞ্চা (শ. দশম), সোঞ্চা (মনকৰ), সচা, সঁচা

সঁফুৰা : সং. সম্পুট>সম্পুৰ>সম্ফুৰা (মনকৰ)>সফুৰা, সঁফুৰা

সোঁত : সং. স্ৰোত>সোন্ত (ভা. কবি), সোন্ত (দুৰ্গাবৰ)>সোন্ত, সোঁত

সপোন : সং. স্বপ্ন>স্বপন (দুৰ্গাবৰ)>সপন, সপান (কাম.) সপোন

সাহ : সং. সাহস>*সাহহ>সাহা (মা. ক.)>সাহ

সৈতে : বু. সহিতে>সইতে>সৈতে

সুঁতি : সং. স্ৰোত>সোন্ত (ভা. কবি)>*সোন্তি>সুতি (কথা. গু. চৰিত)>সুঁতি

সাত : সং. সপ্ত>সত্ত>সাত

সোতৰ : সং. সপ্তদশ>সত্তৰহ>*সত্তৰ>সত্‌ৰ কাম ), সোতৰ (মা অস.)

হাতী : সং হস্তী>হত্থী ( তা. কলি ), হত্থী ( প্রা ', হাথী ( কৃ. কী ), হাথী
( ক হ কা ), হাথী ( কাম ) হাতী ( মা. অস. )

হমুনিয়াহ : হমনিশ্বাস (মা. ক ), হমনিশ্বাস (শ. দপণ) *হমনিআহ>হমুনিয়াহ

হাণ্ডি : সং ভাণ্ড>*হাণ্ড>হাণ্ড্‌-ই>হাণ্ডি (মা. ক ) হাণ্ডি

হেতি : *সহিতি>সইতি>সেতি>হেতি ( কাম. )

-- । --

## গ্রন্থ-পঞ্জী


Barua, B. and Deodhai Phukan, N N (edt): Ahom Lexicons, 1964

Barua, K. L : Early History of Kamarupa, 1932

Barua, Rai Sahib Golap Chandra : Ahom Assamese-English Dictionary, 1920

Baugh, A C. : A History of the English Language, 1982

Bhuyan, S. K. : Studies in the Literature of Assam, 956

Chaudhury, B N : Some Cultural and Linguistic Aspects of the Garos, 1969

Davis, A I : Basic Colloquial Maithili, 1984

Geiger, W : Pali Literature and Language, 1956

Goswami, U : An Introduction to Assamese, 1978

,, : A Study on Kamrupi, a Dialect of Assamese, 1970

Hazarika, B : Assamese Language : Origin and Development, 1985

Jha, S : The Formation of the Maithili Language, 1958

Kakati, B : Assamese, its Formation and Development, 1941

Neog, D : The Origin and Growth of the Asamiya Language, 1964

Neog, M. (edt) : Lakshminath Bezbaroa, the Sahityarathi of Assam

Nigam, R. C. (compiler) : Grammatical Sketches of Indian Languages with Comparative Vocabulary and Texts, 1975

Pai (Karapurkar), Pushpa : Kokborok Grammar, 1976

Sen, S : A Comparative Grammar of Middle Indo-Aryan, 1960
Sen, S. K : Proto Indo-Aryan, 1973
Sinha, N. K : Mundari Grammar, 1975
Sinha, K. P : Bishnupriya Manipuri Language, 1981
Shama, M. M : Inscriptions of Ancient Assam, 1978
Tripathi. K. B. : The Evolution of Oriya Language and Script, 1962
Tagare, G. V : Historical Grammar of Apabhramsa, 1948
Woolner, A. C : Introduction to Prakrit, 1928
অসম প্ৰকাশন পৰিষদ : অম্বিকাগিৰী ৰায়চৌধুৰী, ১৯৮৬
অসমীয়া সাহিত্যৰ চানেকি : খণ্ড ৩, ভাগ ১
আগৰৱালা, চন্দ্ৰকুমাৰ : চন্দ্ৰামৃত, ১৯৬৭
কোঁৱৰ, ৰামেশ্বৰ : তিৰা শব্দ-সম্ভাৰ, ১৯৮১
গগৈ, লীলা ( সম্পা. ) : শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭
,, : টাই সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৮৫
গোস্বামী, উপেন্দ্ৰনাথ : দেউৰী শব্দ-মালা, ১৯৮১
গোস্বামী, প্ৰফুল্লদত্ত : কামিনীকান্তৰ চৰিত্ৰ, ১৯৬০
গোস্বামী, শৰৎচন্দ্ৰ ( সম্পা. ) : নীতি-লতাঙ্কুৰ, ১৯৪১
গোস্বামী, হেমচন্দ্ৰ ( সম্পা. ) : কথা-গীতা
,, ,, ,, : কামৰত্ন-তন্ত্ৰ, ১৯২৮
গোহাঞিঃ বৰুৱা, পদ্মনাথ : মোৰ সোঁৱৰণী, ১৯৮৭
চণ্ডীদাস, বৰু : শ্ৰীকৃষ্ণকীৰ্ত্তন
টেৰণ, লংকাম : কাৰ্বি জনগোষ্ঠী, ১৯৭৪
,, ,, : কাৰ্বি ভাষাৰ চমু পৰিচয়, ১৯৬৪
তালুকদাৰ, নন্দ ( সম্পা ) : এলাৰেন্সী বেজাৰ বিষয় আৰু কনিংহেমৰ বিষয়, ১৯৮০
তিৱাৰী, ভোলানাথ : ভাষা-বিজ্ঞান, ১৯৮৫
,, ,, : হিন্দী ভাষা, ১৯৬৬
তিৱাৰী, উদয়নাৰায়ণ : ভোজপুৰী ভাষা ঔৰ সাহিত্য, ১৯৫৪
তেৰাং, ৰংবং : কাৰ্বি-অসমীয়া পাঠ, ১৯৮০
,, ,, : কাৰ্বি লামতাচাৰ, ১৯৭৪

দত্তবৰুৱা, হৰিনাৰায়ণ (সম্পা): সপ্তকাণ্ড ৰামায়ণ
" " " : কীৰ্ত্তন
" " " : দশম
" " " : ৰুক্মিণী-হৰণ কাব্য
" " " : বৰগীত
নেওগ মহেশ্বৰ (সম্পা.): উষা-পৰিণয়
" " " : গুৰুচৰিত-কথা, ১৯৮৭
" " " : অৰুণোদই, ১৯৮৩
" " " : অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা, ১৯৮৩
পাদুন, নাহেন্দ্ৰ: মিচিং-অসমীয়া পাঠ, ১৯৮১
পূৰ্বোত্তৰ ভাষা-সমিতি: অসমীয়া ডিমাছা শব্দ-কোষ, ১৯৮৫
" " : অসমীয়া মিচিং শব্দ-কোষ, ১৯৮২
" " : অসমীয়া বড়ো শব্দ-কোষ, ১৯৮৩
" " : মিচিং ভাষাৰ চমু পৰিচয়, ১৯৮৮
বৰকটকী, উপেন্দ্ৰ (সম্পা): বেণুধৰ শৰ্মা, ১৯৬৯
বৰকাঠ, সুকুমাৰ: হস্তিবিদ্যাৰ্ণব, ১৯৭৬
বৰা, সত্যনাথ: কেন্দ্ৰসভা, ১৮৩৬ শক
" " : সাৰথি, ১৯৭৪
বৰুৱা, নগেন্দ্ৰনাথ: ডিমাছা শিকৌ আহক, ১৯৭১
বৰুৱা, বিমলাকান্ত: টাই ভাষা, ১৯৭৪
বৰুৱা, বিৰিঞ্চিকুমাৰ (সম্পা): অঙ্কীয়া নাট
" " : কথা-সাহিত্য (পুৰণি-ভাগ)
" " আৰু শৰ্মা, সত্যেন্দ্ৰনাথ (সম্পা.): মনসা-কাব্য
" " : অসমীয়া ভাষা আৰু সংস্কৃতি, ১৯৫৭
" " (সম্পা): অৰুণোদইৰ বলকাট, ১৯৬৫
বৰুৱা, ৰামচন্দ্ৰ: গাল ভাষা, ১৯৭০
বৰ্মা, ধীৰেন্দ্ৰ: হিন্দী ভাষা কা ইতিহাস, ১৯৫৩
" " (সম্পা.): হিন্দী সাহিত্যকা বৃহৎ ইতিহাস, দ্বিতীয় ভাগ
বসু, মণীন্দ্ৰমোহন: চৰ্যা-পদ
বাহৰী, হৰদেৱ: হিন্দী, উদ্ভৱ, বিকাস ঔৰ ৰূপ, ১৯৭২

ভট্টাচাৰ্য, তাৰিণীচৰণ ( সম্পা. ) : ঘোৰা-নিদান, ১৯৩২
ভট্টাচাৰ্য, বিধুশেখৰ : পালি প্ৰকাশ ( দ্বিতীয় মুদ্ৰণ )
ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯৩২
ভূঞা, সূৰ্যকুমাৰ ( সম্পা. ) : পাদশ্বাহ বুৰঞ্জী, ১৯৩৫
„ „ : দেওধাই অসম বুৰঞ্জী, ১৯৩২
„ „ : কামৰূপৰ বুৰঞ্জী, ১৯৫৮
„ „ : কছাৰী বুৰঞ্জী, ১৯৮৪
„ „ : জয়ন্তীয়া বুৰঞ্জী, ১৯৬৪
„ „ : ত্ৰিপুৰা বুৰঞ্জী, ৯৬২
মজুমদাৰ, ধীৰেন্দ্ৰনাৰায়ণ : গাৰো সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৭৪
মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব, ১৯৩৬
ৰাভা, ৰাজেন : ৰাভা শব্দ সম্ভাৰ, ১৯৮২
„ „ : ৰাভা জনজাতি ১৯৭৪
লেখাৰু, উপেন্দ্ৰচন্দ্ৰ ( সম্পা. ) : কথা-গুৰুচৰিত ( প্ৰথম খণ্ড ), ১৯৬৯
শৰ্মা বাণীকান্ত : অসমীয়া ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান, ১৯৮১
শৰ্মা দলৈ হৰিনাথ ( সম্পা. ) : কথা-ভাগৱত
শৰ্মা, পদ্মনাথদেৱ : কামৰূপ শাসনাৱলী
সমিতা-সভা : বেজবৰুৱাৰ সাহিত্য প্ৰতিভা ১৯৫৩
„ „ : হাজৰিকাৰ সাহিত্য-প্ৰতিভা, ১৯৭৪
সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত ১৯৭৯
„ „ : চৰ্যাগীতি পদাৱলী, ১৯৫৬
হাজৰিকা, অতুলচন্দ্ৰ ( সম্পা ) : বেজবৰুৱাৰ ৰচনাৱলী
হাজৰিকা, পৰীক্ষিত : চৰ্যাপদ, ১৯৭৩
হাকে, হামছিং : কাৰ্‌বি লামথে ১৯৭৬

—x—